অসমীয়া ।

# সীতা হৰণ

নাটক ।

বেচ ৷৹ আঠ অনা পুথিখান ।

অসমীয়া।

অমিত্রাক্ষৰ ছন্দৰ

# সীতা হৰণ নাটক।

—:০:—

শ্ৰীদুৰ্গানাথ খাওন্দৰ দ্বাৰা

ৰচিত।

প্ৰকাশক

এজেঞ্চি কোম্পানী।

পোঃ আঃ ৰিহাবাৰি আসাম।

প্ৰথম তাৰণ

১৯০৮ চেপ্টেম্বৰ

ডিব্ৰুগড়।

গৌৰী শঙ্কৰ যন্ত্ৰত;

শ্ৰীবজ্ৰেশ্বৰ চক্ৰবৰ্ত্তীৰ দ্বাৰা ছাপা হ'ল।

বেচ ॥০ আধলি ৫টি মাধোন।

# নাটকত লিখা ভাৱৰীয়া সকল।

## মুনিহ।

| | |
|---|---|
| শ্ৰীৰাম চন্দ্ৰ, | খৰ। |
| লক্ষ্মণ, | দূষণ। |
| ৰাৱণ, | ত্ৰিশিৰা। |
| বিভীষণ, | মন্ত্ৰি। |
| মাৰিচ, | দূত। |
| সেনাপতি, | সাৰথি। |

ঋষি ও শিষ্য সকল; ৰাক্ষস
সেনা, আৰু কিছুমান
বাটকৰা ৰাক্ষস
ইত্যাদি।

## তিৰোতা।

সীতা——————শূৰ্পণখা।
অপেশ্বৰী সকল ওদেৱকন্যা
সকল সখী সকল আৰু
কিছুমান পানী
অনা তিৰোতা
ইত্যাদি।

অসমীয়া।

অমিত্ৰাক্ষৰ ছন্দৰ

# সীতা হৰণ নাটক।

## প্ৰথম অঙ্ক।

### প্ৰথম দৰ্শন

পঞ্চৱতীৰ কুটিৰ।

শ্ৰীৰাম লক্ষ্মণ ও সীতা।

সীতা— নাথ।

নাই হোৱা সাক্ষাত আমাৰ
মুনি পত্নী, মুনি কন্যা,
অথবা মুনিৰ পদ বহু দিন ধৰি--
সেইহেতু;
লাগিছে মনত দুখ এই দুখুনীৰ।

ৰাম— নকৰিবা দুখ,

আহিব অগস্তি ঋষি কৰিবা দৰ্শন।

লক্ষ্মণ— দেখিবা নিশ্চয় দেবী।

ঋষি পত্নী ঋষি কন্যা মুনিৰ চৰণ।

( হাতত কুঁকিলৈ শূৰ্পণখাৰ প্ৰবেশ )

শূৰ্প— (গছৰ তলত বহি) সমাজত থাকি কটাৰপো হঁতৰ ৰেহ ৰূপ দেখি গাত সাত কুৰা জুয়ে দহিথাকে; সেই গুণেই অলপ সস্তা পাওঁ বুলি এই নিজান বনত সোমালোঁহি; পিছে ইয়াত সস্তা পাওঁ চাৰি আকৌ দেখোন একাছি চাৰিলহে! যিমানে হাবিৰ কুলিৰ মাত কাণত পৰে সিমানে হুমুৱা জুই দপ্ দপ্ কৰে জলি উঠে। কলৈ যাম! কি কৰিম। ক'ত সস্তা পাম? কণা বিধতাই এইখন নিকাৰ ভুগিবলৈকে জনম দিয়াই ছিলে! ময় বুঢ়ীমাকটিয়েকে এবাৰ পোৱাহলে ভালকৈ কণা বিধতাক চিনাকি দিলোঁ হেতেন! উস্! ইয়াত আৰু এইদৰে চৰাইৰ মাত শুনি থাকিব নোৱাৰোঁ, ভগা বহালকে যাওঁ।

(খিয় হৈ দোখোজ মান যায় আৰু থমক্ খাই ৰয়)

এ'! এইনো হাবিৰ মাজত আকৌ এইটো কোনে

বহা সাজিলেহি! এই বাটেই সদায় আহ যাহ কৰোঁ পিছে এদিনো দেখা নায়! কোনোবা পহুমৰিয়াৰ হে পজা হ'বলা, নহলেনো এই ৰাক্ষসৰ বনত কোনে বহা সাজি মৰিবলৈ আহিব? (জুমি জুমি চাই) এ' আই! বহাৰ মুখত দেখোন মটা দুটাই তিৰোতা এজনীয়ে বহি আছে! এনেকুৱা শুৱনি মটা তিৰোতা ময় কাহানিও দেখা নায়! কোনোবা দেৱতাহে হ'ব পাই। উস্! চাইছো মানে দেখোন হেপাহ বাঢ়িহে গৈছে! কিঙ! এই কেটানো ক'ৰ পৰা আহিছে? ইয়াৰ এজনক যদি মোৰ গৰাকী কৰি ল'ব পাৰোঁ। তেনেহলে মোকনো আৰু কি লাগিছে? আগেয়ে ভাবিছিলো বোলো মোতকৈ ৰূপৱতী তিৰোতা আন নাই, পিছে আজিহে দেখিলোঁ; এই জনী মোত কৈও একাছি চৰা! যিহক, এই দুজনৰ এজনকে ময় বৰিবই লাগিব। নহলে মোৰ জীৱনতে কাম নায় পিছে সেই মাইকী জনীৰ পৰাহে অলপ দিগ্দাৰ হয়নে কি? কিনো হ'ব? তেনে কিবা আহুকাল হোৱা দেখিলে চোন তাইক গুৰি দাঁতত দি চোবায়ে থ'ম? লালুকিলৈ তপত পানী লাগিচেনে? কিন্তু এইটো ৰূপেৰে ঘে গৈ সিহঁতৰ মনত সোমাব পাৰিম

তাৰো আশা নায়। এঃ! তালৈকো আমুকীৰ ভয়নে? যি কেটা ফুল তুলিছোঁ তাৰেই এধাৰ মালাগাঁঠি হাতত লওঁ! আৰু এইটো ৰূপ এৰি সুন্দৰীৰ ৰূপ ধৰোঁ। তেতিয়া এটা নহয় এটা মোৰ ৰূপৰ ফান্দত পৰিবই পৰিব! এতিয়া আৰু বেলি কৰাৰ সকাম নাই। বেগেতে যাওঁ।

( সেই ফালৰ পৰা যায় ও আন ফালৰ পৰা হাতত ফুলৰ মালালৈ সুন্দৰীৰ বেশ ধৰি ৰামৰ আগলৈ গই )

শূৰ্প— হে বনবাসি!

কোন তোমাসব,
দেৱতা গন্ধৰ্ব্ব কিম্বা নৰ—
কৰিছা বনত বাস ছদ্ম ৰূপ ধৰি?
বনবিহাৰিণী ময়,
সততে ফুৰিছোঁ বনে বনে—
কিন্তু এনে লোক
নাই দেখা বনৰ মাজত।
নেজানানে ৰাক্ষসৰ পঞ্চৱতী ইটো?
দেখে যদি নিশাচৰে
ততালিকে কৰিব ভক্ষণ।
নাইনে প্ৰাণৰ ভয় মনত সমুলি?

ৰাম— বনদেৱী!

কি কৰিব ৰাক্ষসে আমাক!

সূর্য্য বংশে জন্ম যাৰ—

দশৰথ ৰাজাৰ সন্তান;

পিতৃ সত্য পালি—

খাটিছো বনত বাস তপস্বীৰ বেশে।

ভাই এওঁ,

নামত লক্ষ্মণ

বিমাতা তনয় মোৰ;

ভাৰ্য্যা ইটি,

জনক জিয়াৰী সীতা,

ৰামচন্দ্ৰ নাম মোৰ কৌশল্যা নন্দন।

কোন তুমি?

কিয়বা বিজন বনে ফুঁৰিছা অকলে?

শূৰ্প— শূৰ্পণখা নাম মোৰ;

লঙ্কাত জনম, যাৰ অধিপতি লঙ্কেশ্বৰ;

তেঁওৰ নুমলি ভণী,

ফুৰো সদা বনে বনে,

তপস্বীৰ তেজ খাই।

পতিহীনা অভাগিণী আজি পৰিমিত-

উপযুক্ত স্বামীৰ অভাবে।
দেখি তব ৰূপ—
মজিল দাসীৰ মন,—
আহিছো মনেৰে স্বামী বৰি।
হেঁপাহেৰে গাঁঠি,
আনিছোঁ ফুলৰ মালা,
আদেশিলে দিব পাৰোঁ। সাদৰে গলত

ৰাম— সাক্ষাতে দেখিছা
লগত সুন্দৰী ভাৰ্য্যা মোৰ ;
তিৰী জাতি হই—
নেজানানে ? সতিনী স্বভাৱ !
কিমতে বঞ্চিবা সতিনীৰ লগে ?
সুলক্ষণ ভাই মোৰ সুমিত্ৰা কুমাৰ,
তেওঁক বৰিলে তুমি,—
পূৰ্ণ হব পাৰে অভিলাষ।

শূৰ্প— (লক্ষ্মণৰ আগলৈ গই) হে সুন্দৰ !
ৰামৰ আদেশে,
আহিলো তোমাৰ পাশে,—
স্বামী ৰূপে বৰিবৰ হেতু;
সহিছা বিস্তৰ দুখ

যৌবন কালত ভাৰ্য্যাহীন থাকি।
লোৱাঁ কৰি চৰণৰ দাসী;
গুছক যাতনা সবে অন্তৰৰ পৰা।

লক্ষ্মণ— ভুবন মোহিনী!
পৰাধীন দাস ময় শ্ৰীৰাম চন্দ্ৰৰ;
দাস ভাৰ্য্যা দাসী হই—
কিসুখে বঞ্চিবা তুমি,
জানকীৰ পদে সেৱা কৰি?
নোহোৱা দাসীৰ যোগ্য;
তোমাৰ সমান,
নহয় সুন্দৰী সীতা,
ভুলিব নিশ্চয় দাদা—
দেখিলে তোমাৰ এই ৰূপ;
লভিলে তোমাক এৰিব জানকী,
যোৱাঁ পুনু তেওঁৰে ওচৰ;
অযোধ্যাৰ ৰাণী হ'বা—
শ্ৰীৰামক কৰিলে বৰণ।

শূৰ্প— সাদৰক নেওচিলি।
নিশ্চয় কপাল মন্দ তোৰ।
(ৰামৰ আগলৈ গই)

লক্ষ্মণৰ বাক্যে ঘূৰি আতুৰা অবলা।
আহিলোঁ তোমাৰ আশে,
নকৰি বঞ্চনা—
কৰা প্ৰভো আশাপূৰ্ণ
চৰণত কৰিছোঁ মিনতি।

ৰাম— (সীতালৈ চাই) কেনে দেখা প্ৰিয়ে?
সতিনী খাতিব খোজে;
এই শূৰ্পণখা সতী লগত তোমাৰ!

সীতা— ক'ৰ পিশাচিনী!
মোৰ লগে সতিনী খাতিব?
নেপালে জগতে—
আন পুৰুষক ৰাক্ষসীয়ে;
আহিছে তোমাৰ পাশে!
ছিঃ! নাই লাজ নিলাজীৰ
ভজিবৰ বাঞ্চা কৰে পৰৰ স্বামীক!
পতিবিনে—
নোৱাৰে থাকিব যদি;
নহয় শীতল প্ৰাণ,
জলে জাঁপ দিলে হ'ব প্ৰাণৰ শীতল।

শূৰ্প— প্ৰভো!

পথঁত কণ্টক মাথো জানকী আমাৰ,

কৰিছা সীতাৰ হেতু ভয়;

আজ্ঞা কৰাঁ,

গুচায় জঞ্জাল,

গিলি থওঁ মুহূৰ্ত্তেতে—

অকামিলা জানকীক ময়।

মুখ মেলি সীতাক খাবলৈ যাই, সীতা ৰামৰ কেউপিনে

ঘূৰি ঘূৰি)

সীতা— ৰক্ষা কৰাঁ!

ৰক্ষা কৰাঁ প্ৰাণনাথ খাই ৰাক্ষসীয়ে।

ৰাম— (লক্ষ্মণলৈ চাই) কি দেখিছা বোপা?

ৰাক্ষসীয়ে কৰে সৰ্ব্বনাশ!

(লক্ষ্মণে শৰ মাৰে, শূৰ্পণখাৰ নাক কাণ কাটে)

শূৰ্প— (কাণ নাকত হাতদি) মৰিলোঁ! খালে

নিৰ্গমে মৰিলোঁ ময়।

লক্ষ্মণ— এনেয়ে সুন্দৰী তুমি;

ততোধিক কৰিলোঁ এতিয়া।

শূৰ্প— অজ্ঞান মনিষ!

কিদোষে দণ্ডিলি মোক?

নুবুজি নিজৰ হিতা হিত
চিন্তিললি মহামাৰ নাক কাণ কাটি;
ৰাক্ষসৰ হাতত তোৰ অখণ্ড মৰণ ;
কোনে তোক নিস্তাৰিব আজি ?
(শূৰ্পৰ প্ৰস্থান)

ৰাম— বোপা! নকৰিলা ভাল কাৰ্য্য!
নেজানো কিকৰে আজি দুষ্টাৰাক্ষসীয়ে।
বলা যাওঁ অশান্তি কুটিৰে।

লক্ষ্মণ— দাদা! নকৰিবা ভয়,
কি কৰিব পাৰে ৰাক্ষসীয়ে!
( তিনিওৰে প্ৰস্থান )

---

## দ্বিতীয় দৰ্শন।

### দণ্ডক আশ্ৰম।

দুজন ঋষি জুই ধৰি যজ্ঞৰ আয়োজন কৰি হাতত শ্ৰুব শ্ৰুচ্ লৈ বহে।

১ম ঋষি— যাগ যজ্ঞ সবে নষ্ট হ'ল ;
দুৰাচাৰ পিশাচ জাতিয়ে—

কৰিলে সকলো নাশ
বধিলে সকলো ঋষি—
নিষ্ঠুৰ অদ্ভুত অত্যাচাৰে।
যিবা আছে এজন দুজন,
দিনত পলাই থাকে অন্যান্য বনত
নাহে যজ্ঞ কালে ;
ৰাক্ষসৰ ভয়তে আতুৰ।

২য় ঋষি— আমিও পলাই যাওঁ আশ্ৰয় বিচাৰি
এৰি এই ৰাক্ষসৰ শঙ্কাকুল বন।
নাই আৰু শান্তিৰ কণিকা ;
দুৰাচাৰ অসুৰ জাতিয়ে—
কৰিলে সকলো ভস্মীভূত।

১ম— শুনিছো কোঢ়াল !
পালেহি হৰবলা আজি অধম ৰাক্ষস।
(দুয়োজন থিয়হই শুনিছে)

২য়— উঃ ! পালেহি ওচৰ !
নাই আজি আমাৰ নিস্তাৰ।

(নেপথ্যে— ধৰ্, ধৰ্, পলাল্ পলাল্ !)

(দুয়োজন ঋষি লৰমাৰে ও হাতত অস্ত্ৰলৈ কেতবোৰ
ৰাক্ষস সেনাৰ প্ৰবেশ )

১ম সেনা— ভাল পাৰিলিহঁতে আজি। কথমপিহে নেপালোঁহি।

২য় সেনা— আজি তাহেতৰ কপাল কিখন ভাল আছিল সেইহে আমি নেপালোঁহি।

৩য় সেনা— হেৰ কি অ?

১ম— এঃ তই আৰু দেখাই নাই! এটাইবোৰ ঋষি বনলৈ লৰমাৰিলে।

৪র্থ—থহে! তহঁতে আৰু সদাই ঋষি মুনিকেহে চকুৰ আগতে দেখি থাক।

১ম— নই এতিয়া মিছা কথাহে কলোঁ?

চাছোন সোৱা বস্তু বাঢ়নী গোটায় লৈ জুই ধৰিলৈছিল। আমি অহা কিবা এটা গম পাইহে পলাল। বামুণ বোৰ বৰ শহাকণিয়া।

৩য়— ক'তনো পলাই সাৰিব অ'। এতিয়াই ধৰি আনিম।

৪র্থ— আহ হতচোন! আমি এই বস্তুবোৰ খাইমেলি সিহঁতক বিচাৰি যাওঁ।

২য়— এৰা! দেহি; বৰ ভাল ভাল আম কঠাল লেটেকু পণীয়ল বোৰ গোটাই ছিলেহি হেঁকাই খাহে খা।

৫ম— তাৰপইনামে এতিয়া বেছি বেলি কৰি এই-
দৰে থাকিলে তাৰপইনামে সিহঁতক
পাবলৈ টান হে হ'ব।

২য়— বল হ'ত যাওঁ।

(বস্তুবোৰ খাই ও কিছুমান লৈ প্ৰস্থান)

## দ্বিতীয় অঙ্ক।

### প্ৰ ম দৰ্শন

দণ্ডকৰ সভা।

খৰদূষণ ও সভাসদ বহে।

খৰ— দেখিছানে ভাই!
দণ্ডকৰ ঋষি মুনি আজি পৰিমিত,
নহ'ল সকলো শেষ!
অকামিলা সেনাবোৰ আমাৰ লগত-
কৰিছে মিছাতে বাস;
ধিক্ ধিক্ শতধিক ৰাক্ষসৰ সেনা।

দূষণ— নাই দাদা। আগৰ নিচিনা

আছে মাথো ক'ৰবাত দুজন এজন,
সিওথাকে বনত লুকাই
ৰাক্ষসৰ সেনাৰ ভয়ত।

ত্ৰিশিৰা— সঁচা বীৰমণি !
নাই আৰু মুনি ঋষি দণ্ডকৰ মাজে,
আছে যদি কোনোজন
নোৱাৰে ধৰিব তাক ;
নকৰিলে বুদ্ধিৰ ছলনা।

(কান্দি কান্দি শূৰ্পৰ প্ৰবেশ)

খৰ— কি ঘটিল শূৰ্প।
কোনে তোৰ কৰিলে দুৰ্গতি ?
কাৰ আজি আয়ু হ'ল শেষ !
ৰাৱণৰ ভণী বুলি নিছিনিলে তোক ?
কোন সিটো পশু তুল্য !
কোদোৰ বাহত—
হাতেৰে চাপৰি মাৰি ;
কোন মূৰ্খে ছুপালে বিপদ !

দূষণ— প্ৰাণৰ ভগিণী।
কোৱাচোণ ভাঙ্গি মোক
জীৱন্ত সৰ্পৰ মুখে কোনে দিলে হাত ;

কোনেনো মাতিলে আজি মৰণ সাদৰি!

শূৰ্প— (কান্দি২) কিবা সোধা শূৰ্পৰ বিলাই?

বনফুল তোলোঁ বুলি—
গইছিলোঁ পঞ্চৱটী বনে;
গোদাবৰী তীৰে—
তপস্বীৰ বেশ ধৰি
শ্ৰীৰাম লক্ষ্মণ নামে দশৰথ সুত,
আছে পজা কৰি
জগত সুন্দৰী ভাৰ্য্যালই;
লাগিল হেপাহঁ—
নৰৰ তেজত অভাগীৰ,
খাবৰ ভাবেৰে গলোঁপাশ চাপি:
কিন্তু হ'ল বিপৰীত ফল;
শৰ মাৰি তপস্বীয়ে—
—কৰিলে এনুৱা দণ্ড মোক।

ৰ— কি! কি! নৰে তোক দিলে শাস্তি এনে!

ৰাক্ষসৰ খাদ্য নৰে
নকৰিলে আমাক সংশয়!
ভক্ষকে নাশিলে ভক্ষকক!
আচৰিত কথা!

মনিষে কৰিলে শূৰ্পক এনুৱা দশা।
ভাই।
মহাবীৰ চৌদ্দজন—
—ত্ৰিশিৰাকে আদিকৰি,
ততালিকে দিয়া পঠিয়াই,
বধক তপস্বী নৰ এই মুহূৰ্ত্ততে।

দূষণ— যোৱাঁ চৌদ্দবীৰ।
ছলে বলে তপস্বীক বধি—
ভুৱস্ততে আহা সবে ঘূৰি।
শূৰ্প! যোৱাঁ তুমি সৈন্যৰ লগতে।
(শূৰ্প ও চৌদ্দবীৰৰ প্ৰস্থান)

খৰ— ব'লা ভাই; খন্তেক বিশ্ৰাম কৰোঁ আমি।
(প্ৰস্থান)

---

## দ্বিতীয় দৰ্শন

আলিবাট।

কেইটামান ৰাক্ষস বহে।

---

১ম ৰাক্ষস— হেৰ' ককাইহঁত! আমিনো ব'দে ৰৰষুণে কিমান টলৌ টলৌ কৰি ফুৰিম

হঁত। আজি কালি ভণ্ডতপস্বীও পাব-
লৈ নাই। মিছাতে সদাই২ মাথোন
দুঃখ কৰা হৈছে। গাৰ পিনেও এপ-
ৰাল পৰিল, ব'ল হঁত অ'। আমি
আৰু ইয়াত এইদৰে মিছামিছি দুখ
কৰাতকৈ লঙ্কালৈকে গুচি যাওঁ।

২য়— ভাল কথাতো কইছ বোপাই।
আমাৰ কোনকাহানি এই দুখ গুছিব?
দিনৰ দিনতো এইদৰে ফুৰিও যে, বামুণ
গোটাছেৰেক মাৰিব নোৱাৰিলে
সকলো দুখ মিছা হয়। লঙ্কালৈ গলেও
আমাৰ দুখ নকৰাকৈ নহয়।

৩য়— এ-এৰা বোপাই। ত-ত-তই থিক ক-ক-কথা
কৈছ। আ-আ-আ-আমাৰনো কে-কে-
কেতিয়াবা সু-সু-সুখ হ'ব পা-পা-পা-
পাবেনে?

৪র্থ— আকৌ কিনা বোলে এটা কথা শুনিছ নে?
কিনা বোলে শূর্পণখাৰ হেনো কিনা
বোলে ক'ৰবাৰ তপস্বী বামুণে কিনা
বোলে নাক কাণ কাটিলে! এতিয়া

হেনো কিনা বোলে সেইবাৰে ভীম, কৰ্কট আদি প্ৰধান চৌধৰীৰ কিনা বোলে যুঁজ কৰিবলৈ গৈছে।

২য়— কোনে ক'লে অ'!

৫ম— হয় কিন্তুৰূপে সৈতে, যদিহে এই চোধৰীবে নৰক মাৰিব নোৱাৰে, কিন্তুৰূপেসৈতে পাছত অমিও যাব লাগিব।

৩য়— ন-ন-নৰ মনিষ এটাৰ ল-ল-লগত যুঁজ ক-ক-কৰিবলৈ চৌধটা মা-মা-মা-মানুহ গৈ-গৈছেনে? চ-চৰ এটাৰ ব-ব-বহতি নহয়; তা-তা-ভালৈকে আ-কৌ চৌ-চৌধতা বী-বী-ৰ যাই।

৫ম— কিন্তুৰূপেসৈতে সেই কিটা কম মানুহ নহয়। শূৰ্পণখাৰ কিন্তুৰূপেসৈতে কাণ নাক কাটে। উঃ কোদোৰ বাঁহত কিন্তুৰূপ-সৈতে জুই দিয়ে ঐ।

১ম—আমি হ'লে ৰণ্ সন্ কৰিবলৈ নেযাওঁ, তাহানি ইন্দ্ৰৰ লগত ৰণ কৰাৰে পৰা গাৰ ভাগৰ গুচা নাই। এতিয়া আকৌ কোন যাব!

২য়— এৰা! এই কুলক্ষণী গজমূৰী খাম্মূৰী শূৰ্পণখাই আমি এটাই সোৰকে নেখাম্ মানে নেৰে! আমি মনিষক হে খাওঁ, শূৰ্পই আমাকো খাব। ৰাক্ষসৰ কুলত এই-জনী শাকিনী জনমিল।

৪র্থ— কিনা বোলে এতিয়া মিছামিছিকৈ ইয়াত গপ্‌ করি থাকিলে কিনা বোলে আমাৰ কি হ'ব? ব'লইঁত যাওঁ। কি জানি নৰৰ লগত কিনাবোলে যুঁজ কৰিবলৈ যাবই লাগে। এতিয়া তেওঁ যাবৰ নৌ হওঁতেই কিনাবোলে অলপ মান ভগা বহাত বহি জীৰাও গৈয়েচোন।

৩য়— ভা-ভা-ভালেই হে হ'হ'ল অ'!

ভা-ভা-ভালেমান দিনো নৰৰ তে-তে-তেজ খা-বলৈ পোৱা নাই কি-কি-কি-জানি আ-আ-আ-আমাৰ কপালেৰে ঈ-ঈ-ঈপ্সৰে তাকে মি-মি-মিলায়েই।

৪র্থ— ব'লইঁত কিস্তৰূপেসৈতে যাওঁ।

(প্ৰস্থান)

---

## তৃতীয় দৰ্শন।

দণ্ডকৰ সভা।

খৰ দূষণ ও সভাসদ বহে।

দূষণ— দাদা ! যেই দশানন ভয়ে ;
স্বৰ্গৰ দেৱতা মৰ্ত্যৰ মনিষ ;
পাতালৰ পাতাল বাসীয়ে—
কঁপিথাকে থৰ থৰি,
তেনে ৰাৱণৰ—
চেনেহৰ ভণী শূৰ্পণখা
কৰিলে তপস্বী নৰে এনুৱা প্ৰমাদ।
কি বলিব লঙ্কেশ্বৰ দাদা
শুনিলে বাতৰি ইটো ?
কৰিব আমাক শতধিক্।

খৰ— ভিক্ষাৰি মনিষে
ৰাখিলে কুযশ এই
ৰাক্ষসৰ উজ্জ্বল বংশত।

(শূৰ্পৰ প্ৰবেশ)

খৰ— শূৰ্প।
বধিলেনে তপস্বীক

কিম্বা ভীৰু নৰ
গ'ল ভয়ে পঞ্চৱতী এৰি ?

শূৰ্প— চকু পচাৰতে
বধিলে সকলো বীৰ
নেথাকিল একজনৰো শেষ।
ময় হত ভাগী
কথমপি আহিলোঁ পলাই ;
চোৱাচোন কি ঘটিল গতি
জেটুলিপকাই ধৰি—
ছিৰিলে কাপোৰ,
কৰিলে ৰাঙলী দেহ মোৰ।

দূষণ— অদ্ভুত ঘটনা।
চৌধ বীৰ ভুৰন্তে নাশিলে,
নহয় সামন্য নৰ সিটো।

খৰ— যেনেকি নহক,
নোৱাৰে শাৰিব আৰু,
খৰৰ হাতত হ'ব নিশ্চয়ে প্ৰলয়।
আজ্ঞা কৰাঁ বীৰ গণে,
আজি ৰাতি কৰোক বিশ্ৰাম,
থাকোক যুদ্ধৰ সাজে সাজি,

কালি পুনৰা যুদ্ধ হ'ব নৰ-ৰাক্ষসৰ।

দূষণ— যোৱাঁ সবে বীৰগণ,

সভাভঙ্গ হোক আজি,

থাকা সবে সাজো হই যুদ্ধৰ হেতুকে।

খৰ— নকৰিবা শোক।

শত্ৰুৰ নিধন হ'ব নিশ্চয় নিশ্চয়।

ব'লা ভাই।

যুদ্ধৰ উদ্যোগ কৰোঁ আমি।

(সকলোৰে প্ৰস্থান)

---

## চতুৰ্থ দৰ্শন

শূৰ্প বহা।

হাতত দাপোণলৈ শূৰ্পনখা বহে।

### (গীত)

শূৰ্প— হে কপটীয়া বিধি! কিয় এনে দুখ দিলি।

ৰাজঘৰে জনমাই অৱশেষে কি কৰিলি।

কিবা কৰিছিলো পাপ,

কিয় এনে দিলি তাপ,

অভাগী কপালে বিধি কত দুখ লেখি ছিলি

হৰিলি প্ৰাণৰ পতি ;
কৰিছ কত দুৰ্গতি ;
কিবা দোষে দাসী প্ৰতি
অঘটন ঘটাইলি ॥

—o—

হে বিধতা ! এই দুখুনীক নো আৰু কিমান দুখ দিবা ? কি কৰিব খুজিছা ? প্ৰভো ! তোমাৰ মনত নো আৰু কি আছে ? যৌৱন কালতে স্বামী সুখৰ বঞ্চিত হৈ আইৰ ঘৰতে আছিলো, তাতো আয়ে কথায় কথায় মিছামিছিকৈয়ে "দন্দুৰী" বোলে। সেই বেজাৰতে আইৰ ঘৰ এৰি বৰ বৌৰ ঘৰলৈ গলোঁ। পিছে বৰ বৌয়ে আকৌ সাদৰৰ মাত দিয়ে কি ; "কুলক্ষণী" "খাই মুৱী" এই বোৰ হে। এ' আই ময়নো কাক খালোঁ ঐ। সেই মাত এসাৰ-নো কোনে সদায় শুনিব পাৰে ? সেই খঙতে মন্দোদৰীৰ লগ এৰি প্ৰমীলাৰ লগলৈ গলোঁ। তাত আকৌ আৰু একাচি চৰিল হে। এনেকুৱা শুৱনি তিৰোতা হৈয়ো প্ৰমীলাৰ লগত গৰিহণা খাব লগাত পৰিলো-গৈ। (দাপোণ চাই) উস্কটা ! মোক নো কি

বেয়া দেখিলে ঐ! যেয়ে দেখে সেয়ে দেখোন মোক ফিচিঙ্গা ফিচিঙ্গী খন কৰে। মোৰ নো কি কপাল! ইমান শুৱনি হৈয়ো যে কাৰো আগত শুৱনি বোলাব নোৱাৰিলোঁ। এইবোৰ দুখ বেজাৰতে সোণৰ লঙ্কালৈ পিঠি-দি এই নিজান বনত সোমালোহি, অভাগীৰ কপালেৰে ইয়াতো যে বিধি পথালি। মোৰ কপালতনো অকণো সুখ নেলেখিলে নে? প্ৰভো! তোমাৰ চৰণত নো দাসীয়ে কি মহা অপৰাধ কৰিছিলো; সেই দোষতে এনে নকৰিব লগা গতি কৰিলা? বিধতা! যদি তোমাৰ মনত এনেকুৱা ভাব আছিল; তেনে সকতে মাৰি নিনিলা কিয়? এতিয়া মযনো খাঁড়ীনাকী হৈ লঙ্কাত কি লাজেৰে মুখ উলিয়ামগৈ। হে প্ৰভো! মোৰ নো কি গতি হ'ব?

(কান্দে ও শোৱে)

পট ক্ষেপণ।

—০—

# তৃতীয় অঙ্ক।

## প্ৰথম দৰ্শন।

ৰণস্থল

শ্ৰীৰাম, লক্ষ্মণ ও সীতা।

—০❋০—

( নেপথ্যে— জয় লঙ্কেশ্বৰৰ জয়। জয় লঙ্কেশ্বৰৰ জয়।।

জয় লঙ্কেশ্বৰৰ জয়।।। )

ৰাম— শুনিছানে বোপা!

মেঘৰ গাৰ্জ্জনিদৰে

উঠিছে সৈন্যৰ বোল ;

বাজিছে ৰণৰ বাদ্য

উৰিছে পতাকা ;

উঠিছে ৰথৰ শব্দ পৃথিবীক ভেদি।

অনুমান কৰোঁ

আহিছে ৰাক্ষস পুঙ্গ—

যুদ্ধৰ সাজেৰে সাজি,

নিশ্চয় কৰিব আজি ৰণ ।
শূৰ্পণখাৰ বিভৎস ৰূপত,
আৰু চৌদ্ধ বীৰৰ নিধনে
জ্বলিছে দুৰাত্মা সব অগ্নিৰ সদৃশ,
নেজানো কি আছে আজি আমাৰ
কপালে ।
থাকা তুমি জানকীক ৰাখি—
আনফালে বনত লুকাই ;
শত্ৰুক নিধন কৰোঁ ময় ।

লক্ষ্মণ— থাকোতে লক্ষ্মণ-দাস ;
নিজে তুমি কৰিবা সমৰ !
আজ্ঞা কৰা অধমক
ৰাক্ষসৰ ঘটাওঁ প্ৰলয় ।

ৰাম— বোপা ! নেলাগে যুঁজিব তুমি ;
কোমল দেহত—
কিমতে সহিবা বাছা ;
ৰাক্ষসৰ বজ্ৰ হেন শৰ ?
থাকা তুমি জানকীৰ লগে ;
যাওঁ ময় ৰণৰ সাজেৰে ।
নকৰিবা ভয় প্ৰিয়ে ।

নিশঙ্কে থাকিবা চাই ;
ভুৱন্তে আহিম ময় ঘূৰি।
(খৰদূষণ আদি সৈন্যৰ প্ৰবেশ, লক্ষ্মণ ও সীতাৰ প্ৰস্থান, ৰামে হাতত ধনুশৰ ধৰি সৈন্যৰ ওচৰলৈ যাই )

সৈন্য— জয় লঙ্কেশ্বৰৰ জয়! জয় লঙ্কেশ্বৰৰ জয় !!

দূষণ— (আগবাঢ়ি গই) বনবাসী! অধম মানিব!
কি দোষে শূৰ্পৰ—
নাক কাণ কাটি তয়
কৰিলি যন্ত্ৰনা ছুৰাচাৰ!
নডৰিলি কাৰণক
খৰ দূষণক নকৰিলি ভয়
কত শক্তি আছে তোৰ অধম ভিখাৰি!

ৰাম— বৰ ভাগ্য আছিল শূৰ্পৰ,
সি হেতু বাচিলে প্ৰাণ লক্ষ্মণৰ হাতে।
কি সাহসে ৰাক্ষস ছুৰ্ম্মতি
ইচ্ছা কৰি মৰিবৰ
আহিলি ৰামৰ পাশে সংশয় নকৰি!

দূষণ— নেলাগে মুখৰ কথা!
যুদ্ধ কৰি দেখা তোৰ বলৰ চিনাকি।

(ৰাম ও ৰাক্ষসৰ যুদ্ধ, দূষণ আৰু কেতবোৰ সেনাৰ মৃত্যু)

১ম-সেনা—(আনটোলৈ চাই) হেৰ' বোপাই! আমাৰ ফালে দেখোন গতি কিবা যেন হে পাইছোঁ। যি সেনাৰ লগত সাদিন সাত ৰাতি যুদ্ধ কৰি ইন্দ্ৰয়ো গাৰ নোম এডাল লৰাব নোৱাৰিলে, তেনে সেনা দেখোন এই মানুহ পাতে মাৰি খান্তাং কৰিলে! দূষণৰ ফালে খতম হ'ল এতিয়া আমি আৰু কেনেকৈ সাৰিম।

২য়-সেনা— ময়ো তাকেহে ভাবিছোঁ। এইটো কম মানুহ নহয়। দূষণকো মাৰিলে, আৰু আমাৰ সেনা বোৰৰ ফালেও আইধা পেলালে! কি মানুহ তোৰ লগত খাইমুৰী শূৰ্পণখাই ৰণখন লগালেহি!

৩য়-সেনা— এৰা; গতি বিষম হে। ময় এটা বুদ্ধি পাতিছো আমি ৰণ কৰি মিছাতে কেলেই মৰোঁ। শূৰ্পই ৰণ লগাইছে শূৰ্পৰ ভাই ককাই মৰক; আমি কিয় মৰোঁ? ব'ল ব' আমিও ্ ঘাওহত।

সকলোৱে— বেচ কথা কৈছ হয়। ব'লা ইতঁ আমি
গুচি যাওঁ

(ইটে সিটে ঠেলাঠেলি কৰি যাবলৈ ধৰে)

খৰ—(আগবাঢ়ি গৈ) নাই ভয় সৈন্যগণ!
থাকোঁতে জীৱিত খৰ
অনৰ্থক নকৰা সংশই,
আহাঁ পুনু যুদ্ধ দিও অধম ৰামেৰে।

(সেনাবোৰ ৰয়)

খৰ—(ৰামলৈ চাই) নৰ পশু!
বৰ যশ পালি!
নিসহায় অবলাক
অকলে বনত পাই,
নাক কাণ কাটিলি অধম!
ছি! ছি! নেলাগিল লাজতোৰ,
দেখালি বীৰৰ চিন;
চোৰৰ নিচিনা কাম কৰি।
ৰণ কৰি খৰৰ লগত,
দেখা তোৰ বীৰৰ প্ৰতাপ?

ৰাম— অবোধ ৰাক্ষস।
অগ্নিত পতঙ্গ দৰে,

কিহেতু অকালে আহি—
বাঞ্চি লাল নিজৰ মৰণ ?

খৰ— ফল মূলা হাৰি।
পৰিলি ফান্দত—
নোৱাৰ সাৰিব আৰু অধম মনিষ !
তিৰোতাৰ কাণ নাক কাটি,
কাৰ্য্যতে দেখালি তোৰ বীৰৰ চিনাকি

ৰাম— নিৰ্ব্বোধ ৰাক্ষস !
নডৰো মুখৰ বাক্যে তোৰ !
ক্ষত্ৰিয় কুলৰ বীৰচুড়ামনি মই ,
কৰ যুদ্ধ মুঢ়মতি
যদি নাই প্ৰাণৰ মমতা,
নতুবা পলাই যা অবোধ দুৰ্ম্মতি !
( খৰ ও ৰামৰ যুদ্ধ )

খৰ— ( হাতত শূললৈ ) ভিখাৰি মানৱ !
নহ তয় সামান্য তপসী
বুজিলোঁ প্ৰমাণ তোৰ :
কিন্তু নেপাৱ নিস্তাৰ আজি,
ললো এই মহাশূল,
ব্যৰ্থকৰ সাধ্য আছে যদি ;

নতুবা কৰিম তোক যমৰ আলহি।
(নেপথ্যে— দুই বাহু কাটি কৰা ৰাক্ষসক নাশ)
(ৰামে শৰ মাৰে, খৰৰ মৃত্যু ও বাকী সৈন্য লৰমাৰে বাকৰ মূৰত পুষ্প আৰু অপেশ্বৰী সকলৰ)

## গীত।

কৰুণা সাগৰ তুমি ৰঘুবৰ
হ'লা অৱতাৰ ৰাম ৰূপ ধৰি।
কৰিলাহা ত্ৰাণ,
পঞ্চবতী বন,
ৰাখিলা সংসাৰ
ৰাক্ষস সংহৰি।
কৰোঁ চৰণত সহস্ৰ প্ৰণাম
দেৱতা প্ৰধান
তুমি গুণধাম,
নৰৰূপ ধৰি কৰিলা নিস্তাৰ
দেৱ ঋষিগণ দায়া দৃষ্টি কৰি।

জয় শ্ৰীৰাম চন্দ্ৰৰ জয়। জয় শ্ৰীৰাম চন্দ্ৰৰ জয় !!

জয় শ্ৰীৰাম চন্দ্ৰৰ জয় !!!

( লক্ষ্মণ ও সীতাৰ প্ৰবেশ )

সীতা— ৰণৰ বেলিকা নাথ।
বিন্ধিলে কোমল দেহ
কৰিলে ৰাঙলী—
ৰাক্ষসৰ বজ্ৰহেন শৰে ;
দেখি হিয়া বিদৰিল মোৰ,
দেখি শ্ৰীচৰণ পুনু—
হ'ল সুস্থ দুখুনীৰ প্ৰাণ,
কত দুখ পালে দেহি যুদ্ধৰ সময়ে !

( কান্দে )

ৰাম— নকৰিবা শোক প্ৰিয়ে !
ক্ষত্ৰিয়ৰ ধৰ্ম্ম ইটো,
কিয় দুখ কৰা অকাৰণে ?
বিশেষতে—
নাই পোৱা দুখ,
অক্লেশে কৰিলোঁ ৰণ—
সিংহৰ সমৰে যেনে শিয়ালৰ দল,
সিমতে কৰিলোঁ ময় ৰাক্ষসক নাশ ।

বʼলা প্ৰিয়ে!
জীৱাঙ্গু অশান্তি দেহ
তৃণৰ শয্যাত কিছুপৰ।
(প্ৰস্থান)

## দ্বিতীয় দৰ্শন।

ঋষিৰ আশ্ৰম,
কেইজন ঋষি ও শিষ্য বহে।

১ম-ঋষি— আজি ধৰি নিষ্কণ্টক আমাৰ আশ্ৰম ;
অন্ত হʼল দুৰাত্মা সবৰ ;
নʼহব কিঞ্চিতো আৰু ;
যজ্ঞৰ বিঘিনি।

২য়-ঋষি— ধৰ্ম্মৰ ব্যাঘাত দেখি-ঋষি সকলৰ
ৰাক্ষস নিৰ্ম্মূল কৰি
শান্তি দিলে দেৱকাৰ্য্যে
দয়াময় ৰামচন্দ্ৰ কৌশল্যাকুমাৰ।

১ম-ঋষি—(শিষ্যলৈ চাই) চোৱা বাছা,
ধৰ্ম্মৰ কি সূক্ষ্ম গতি অধৰ্ম্মৰ নাশ।

১ম-শিষ্য— নেদেখিলোঁ দাসে
ধৰ্ম্মৰ উন্নতি-আৰু অধৰ্ম্মৰ ক্ষয়।

পিশাচ বিলাকে
কি ৰাখিলে বাকী প্ৰভো ধৰ্ম্মৰ বিলাই?

২য়-শিষ্য— কৰিলে যজ্ঞৰ নাশ,
বধিলে সকলো;
নেৰাখিলে অৱশেষ—
যতপালে ঋষি মুনিগণ।
*নহ'ল সন্দেহ দূৰ*
নেদেখিলোঁ ধৰ্ম্মৰ উন্নতি।

২য়-ঋষি— নাই বুজা বাছা তুমি।
"সন্তৰ সকাল দুষ্টৰ একাল"
বেদৰ বচন ইটো।
"ধৰ্ম্মৰ সততে জয় অধৰ্ম্মৰ নাশ"
এই কথা ফাকী
ৰাখিবা মনত যতনেৰে।

১ম-ঋষি— যোৱাঁ বাছা-নকৰিবা পলম;
যজ্ঞৰ উদ্যোগ কৰা সবে;
গোদাৱৰী জলে
আহো আমি স্নান কৰি,
নিৰ্ব্বিঘ্নে কৰিম আজি তপ যজ্ঞ যপ।

শিষ্য সকল— যি আদেশ ভগৱান।

(সকলোৰে প্ৰস্থান)

# চতুৰ্থ অঙ্ক।

## প্ৰথম দৰ্শন।

ৰাৱণৰ সভা,

ৰাৱণ ও সভাসদ বহে।

সখী সকলৰ—

(গীত)

প্ৰাণৰ সখি অ',
আহা আমি যাওঁ
ফুলনী বাৰীত গই ফুল-শোভা চাওঁ।
সেউতী মালতী, ফুলিছে ফুল জাতী জুতী
হেপাহেৰে গাথি মালা-
খোপা ভৰি লওঁ।
কুলিএ কৰিছে গান,
শুনিলে জুৰাব প্ৰাণ,
বহিছে মলয়া বাৱ
শীতল হ'ব গাৱ।

(প্ৰস্থান)

ৰাৱণ— মন্ত্ৰিবৰ!

হ'লনে নহল শেষ

দণ্ডকৰ ঋষি মুনিগণ,

নেপালোঁ বাতৰি বহুদিন!

জানো কিবা অথন্তৰ—

ঘটিছে দণ্ডক ৰাজ্যে মোৰ!

পঠোৱা দূতক শীঘ্ৰে, আনোক বাৰ্ত্তা।

মন্ত্ৰি— চিন্তা কৰাঁ দুৰ!

তুৰন্তে অনাম বাৰ্ত্তা দাসে।

( দূতলৈ চাই ) দূত! নকৰি পলম—

আনা শীঘ্ৰে

দণ্ডকৰ শুভ সমাচাৰ।

দূত— শিৰোধাৰ্য্য যিবা আজ্ঞা।

( দূতৰ প্ৰস্থান, শূৰ্পৰ প্ৰবেশ )

ৰাৱণ— কি ঘটিল শূৰ্প তোৰ!

নাক কাণ কাটি—

কোনে দিলে—

এনুৱা দোৰ্ঘোৰ দণ্ড আজি?

ত্ৰিভুবন জয়ী

থাকোতে জীৱিত লঙ্কেশ্বৰ;

পুত্ৰ মেঘনাদ—
কুম্ভকৰ্ণ ভাই,
কঠোৰ যন্ত্ৰনা দিয়ে তোক!
কোন মূঢ় সিটো।
গৰুড়ক সৰ্পে,-শৃগালে বাঘক,
অথবা হৰিণে,
নকৰিলে মৃগেন্দ্ৰক ভয়।
টুটিল আয়ুশকাৰ অৱণীৰ মাজে?
শূৰ্প—(কান্দি২) কিবা শোধা অভাগীৰ কথা!
নপঠোৱা দূত;
নকৰা খবৰ তুমি
দণ্ডকৰ কি হ'ল বিলাই।
শ্ৰীৰাম লক্ষ্মণ নামে;
গোদাবৰী তীৰে—
তপস্বীৰ বেশ ধৰি
পজাকৰি আছে দুই নৰ,
লগত সুন্দৰী সীতা ৰামৰ তিৰোতা।
গইছিলো অভাগিণী-গোদাবৰী ঘাটে,
ৰাক্ষসৰ বনে—
নিশঙ্কে কৰিছে বাস নৰে

লাগিল সন্দেহ মোৰ
কোন সেই বনবাসী,
কিয়বা কৰিছে বনেবাস ;
শুনিবৰ মনে
গলোঁ দাদা নবৰ পাশত।
কি কম দুৰ্দ্দশা;
বিনা দোষে কঠুৰা লক্ষ্মণে—
ঘোৰ শাস্তি দিলে মোক কাণনাক কাটি

ৰাৱণ— শুনিলানে মন্ত্ৰিবৰ !
তপস্বী মনিয়ে—
কি কৰিলে অপমান ৰক্ষৰ বংশত।

শূৰ্প— শুনা দাদা আৰু আচৰিত !
অকল শ্ৰীৰামে ;
খৰ দূষণকে আদি
দণ্ডক ৰখিয়া সেনা বধিলে সকলো।

ৰাৱণ— আচৰিত।
সপোণ বাতৰি যেন,
অসম্ভৱ বাৰ্ত্তা ইটো—
নহয় প্ৰত্যয় মোৰ মনে।

মন্ত্রি— মহারাজ! মহয় সপোণ,
দিঠকতে শূর্পণখা
দিলে সমাচাৰ।

ৰাৱণ— খৰ দুষণকে আদি
মহা মহা বীৰগণ মোৰ;
সংহৰিলে বনবাসী নৰে।
কি আশ্চৰ্য্য কথা!
সাৰথি;
যাওঁ ময় পঞ্চৱতী
আনা সাজি—
তুৰন্ততে পুষ্পকৰ ৰথ।
মন্ত্রি!
ৰাজ কাৰ্য্য থাকোক স্থগিত আজি;
তোমা সবে সভা ভঙ্গ কৰি।

মন্ত্রি— শিৰোধাৰ্য্য যিবা আজ্ঞা।

(সভা সদ সকলৰ প্ৰস্থান)

ৰাৱণ— শূর্প! থাকতই অন্তঃপুৰে;
নিশ্চয় আনিম বান্ধি—
বনবাসী শ্ৰীৰাম লক্ষ্মণ।

শূর্প— যোৱাঁ দাদা নকৰাঁ পলম।

( সারথির প্রবেশ )

সারথি— সজালোঁ পুষ্পক রথ দাসে।

রাবণ— করিলোঁ প্রস্থানময়।

( সকলোরে প্রস্থান )

## দ্বিতীয় দর্শন।

—০:০○০:০—

মারিচর আশ্রম।

পঞ্চছালত বহি, মারিচে চকুমুদি ধ্যান করে।

( রাবণর প্রবেশ )

——:০*০:——

রাবণ— ভপর বিঘিনি করি—
কৰিছোঁ অকার্য্য বর
ক্ষমা করি সেই অপরাধ,
কৰা মামা উপকার আজি।

মারিচ— ( চক্ মক্ খাই উঠি ) পরা আছে কুশাসন
বহাঁতাতে লঙ্কেশ্বর
আশ্রমর সিংহাসন ভাবে।
কিম্বা আহিলা অকস্মাতে
কিবা কার্য্য সাধিব তোমার ?

ৰাৱণ— (আসনত বহি) কিজনাম তুখৰ বাতৰি!
ঘটিছে অদ্ভুত কাণ্ড দণ্ডক ৰাজ্যত
কি শুনিবা ভীষণ ঘটনা!
শ্ৰীৰাম লক্ষ্মণ নামে—
দশৰথ ৰাজাৰ সন্তান
পঞ্চৱতী বনে থাকি তপস্বীৰ বেশে
জন শূন্য কৰিলে দণ্ডক ৰাজ্য মোৰ।
অবোধ মনিষে
নেভাবি নিজৰ হিত,
কৰিলে কঠোৰ সাস্তি
শূৰ্পণখা ভগিণীৰ নাক কাণ কাটি,
দণ্ডক বধিয়া—
ত্ৰিশিৰা দূষণ খৰ আদি
কৰিলে সকলো ক্ষয়;
ৰক্ষৰ উজ্বল কুলে—
বাঁধিলে কলঙ্ক মৰ তপস্বী মানৱে।
হোৱাঁ তুমি লগত সহায় মোৰ
বান্ধি আনো মনিষক এই মুহূৰ্ত্ততে।

মাৰিচ— ৰক্ষপতি!
নালিবা মনত জেনে আৰ।

নহয় সামান্য নৰ—
বনবাসী শ্ৰীৰাম লক্ষ্মণ।
ভূভাৰ হৰণ হেতু
বিষ্ণু অংশী ভগৱান
নৰ ৰূপে ধৰিছে জনম,
পিতৃ সত্য পালিবৰ মনে
কৰিছে বনত বাস ফল মূল খাই।
ৰাৱণ—
নেজানা মহিমা তুমি;
সেই হেতু —
—কৰিছা মনত এনে মন্দ অভিপ্ৰায়-
ৰামৰ বিৰুদ্ধে ভাব কৰি।
লঙ্কেশ্বৰ!
শুনা যদি হিত উপদেশ,
নিজৰ মঙ্গল চিন্তাকৰি
মোৰ্‌ পুত্ৰ লঙ্কাত উলতি;
ধৰ্ম্মমতি বিভীষণ,
যোগ্য মন্ত্ৰি লাৰণ লঙ্কাৰ
ত্ৰিজটাকে আদি কৰি
আছে যত বিজ্ঞ-সভাসদ;

সি সবৰ উপদেশ শিৰোগত কৰি
কাৰ্য্য কৰা যুগুত তোমাৰ।
যেনে দেখা ভাল
তেনে কাৰ্য্য কৰা লঙ্কেশ্বৰ।

ৰাৱণ—(অলপ পৰ ভাবি) মানি উপদেশ
কৰিলো প্ৰস্থান ময় লঙ্কাত হুনাই।
(প্ৰস্থান)

## তৃতীয় দৰ্শন

আলি বাট।

কেই জনীমান তিৰোতা হাতত কলহ লৈ বহে।

———॥॰॥———

১ম-তিৰোতা— শুনিছানে হে জেটুলী মাক! শূৰ্পণখাৰ হেনো নাক কাণ কাটি কোনোবাই খাঁড়ীনাকী কৰিলে?

২য়— ক'তা! আমি হলে নাই শুনা!

৩য়— এ'! অথনি মোৰ বৰ ল'ৰাটিয়ে কোৱা শুনিছিলো হয়, বোলে বলোইতৰ বৰ নিম জোপাৰ তলত হেনো নাক কাণ নথকা ভূত এটা বহি মঙ্গল চাই আছে পিছে,

আমাৰ তেৰাই আকৌ তাকে শুনিল'ৰা-
টিক্ ভাবি ছুকিহে দিছিল। এৰা,
মোৰ ল'ৰাটিয়ে মিছা কথা কেতিয়াও
নকয়, মোৰ মনেৰে হলে সিও শূৰ্পণ-
খাকেহে দেখিছিল হবলা।

২য়— বাই কছোন? শূৰ্পণখাৰনো কোনে নাক কাণ
কাটিলে তই কিবা বুজ পাৱনে?

১ম— শূৰ্পণখাৰ কথানো কোনে কব পাৰে? তাই
জানিবা ৰাক্ষসৰ মাজত থাই মূৰী হৈ
উপজিলক'ৰ বাৰ বনৰ মাজত ৰাম
লক্ষ্মণ নামে হেনো নৰ মনিষ দুটা আছে,
শূৰ্পণখাই সিহতক খাবলৈ গৈছিল;
পিছে লক্ষ্মণ নামৰ মানুহটোৱে শৰ-
মাৰি খাঁড়ী নাকী কৰিলে।

৪র্থ— নহয় আই? ময় কালিয়েই আমাৰ তেওঁৰ
মুখে শুনিছিলোঁ; বোলে বনত থকা
মানুহ কেটাক শূৰ্পণখাই গৰাকী কৰিব
খুজিছিল; পিছে সিহঁতে তিৰোতা কৰি
নোলোৱাত হে সিহঁতক খাবলৈ ধৰিছিল
তেতিয়াহে লক্ষ্মণ নামৰ মানুহটোৱে

শৰ মাৰি নাক কাণ কাটিলে।

১ম— দেহিঐ? তাইনো এতিয়া কি কৰিব, কেনেকৈ থাকিব দেহি! তাইৰনো গতি কি হ'ব?

৩য়— তাইৰ হ'বপাই তেনে গতি তায়নো এই পীথবীত ৰাক্ষসক বৰিংলৈ নেপাই, ক'ৰ বনৰ মাজত মানুহ এটা আছে তাক হে মনত ভাল পালেগৈ? যেন কুকুৰ তেন টাঙ্গোন, শূৰ্পও যেনে, সিংতো তেনে, জোৰাই জোথাই পৰিল।

৪র্থ— সেইটোও নকবি আই, যাৰ মনত যি ভাল লাগে সি তাকেহে ভাল পাই, শূৰ্পৰ মনত মানুহকেই ভাল লাগিছিল এতাইবে একে মন নহয়।

২য়— আনি এতিয়া ইয়াত মিছানিছিকৈ বহি থাকিলে কি হ'ব, যাৰ যিহকে হক লাগে নিজে ভালকৈ থাকিব পাৰিলেই ভাল।

১ম—এৰা; সোৱা মনুৰ মাক হঁত আমাত কৰি পিছত আহিও, পানী লৈ গৈ ঘৰ পালেগৈ, কালিও যাওঁ হত বলা, নহলে আমাৰ গাত আকো গোটেই গোটে গোটেই পৰিব।

৩য়— মোৰ ছাগে ল'ৰাটিয়ে কান্দি কান্দিয়েই এধা
সান্তি হৈছে দেহি? ব'লা দেও যাওঁহত
বেগতে। (সকলোৰে প্ৰস্থান)

---

## চতুৰ্থ দৰ্শন।

লঙ্কাৰ ৰাজসভা,

ৰাৱণ ও সভাসদগণ ৰহে।

——:০⬭০:——

শূৰ্প— দাদা!

আনিলানে তপস্বীক বান্ধি?

ৰাৱণ— এৰিলোঁ বধৰ ভাব;

নকৰোঁ মিছাতে আৰু ৰামেৰে বিবাদ।

শূৰ্প — নাই এনে সুমন্ত্ৰি তোমাৰ

যিজনে সুবুদ্ধি কৰি

ওপজায় সত্ত্বকথা,

কৰিব তোমাক জ্ঞানী লোক।

তিৰোতা সেকৰা তুমি,

তিৰোতাৰ মুখচাই—

আনকালে আওকান কৰি;

থাকা মাথোঁ অন্তঃপুৰে হৰিষ মনেৰে।

ৰাজ কাৰ্য্যে নকৰিবা মন,
শুভাশুভ আপোনাৰ—
নোৰাঁৰা বুজিব তুমি,
মিছাতে লভিলা বৰ,
মিছাতে পূজিলা শিব,
হ'ল ভ্ৰষ্ট সবে এতিয়াই।
বনবাসী নৰে—
কৰিলে দণ্ডক প্ৰাণী হীন ;
ৰাখিলে অখ্যাতি কেনে স্বৰ্ণ লঙ্কাৰ ?
ধিক্ বাহুবল,
ধিক্ ধিক্ লঙ্কেশ্বৰ নামে।

ৰাৱণ— স্নেহৰ ভগিণী।
কোৱাঁ চোন বাক
কি অস্ত্ৰ ৰামৰ হাতে,
আছেনে সাৰথি-ৰথ,
কেনেকুৱা ৰামৰ আকৃতি ?

শূৰ্প— দাদা ! শ্ৰীৰাম মনিষ মাথো,
নাই ৰথ সাৰথি সহায় তাৰ
কৰে যুদ্ধ হাতে ধনুধৰি।
কিন্তু,

নোৱাৰাঁ বলেৰে—
জিনিব ৰামক তুমি
আছে তাৰ শৰীৰত অভেদ্য কৱচ
নোৱাৰাঁ বিন্ধিব তাক লক্ষশৰ মাৰি।
শুনা দাদা! ৰামৰ নিধন হেতু
দিওঁ ময় উত্তম উপায়।
জানকী নামেৰে আছে
অযোনী সম্ভৱা সীতা
ৰামৰ তিৰোতা
যাৰ আগে লাজ পায়
সৰগৰ অপেশ্বৰী সৱে।
ৰামৰ মাথোন জীৱ জানকীত;
যাৰ অবিহনে—
নোৱাৰে ধৰিব প্ৰাণ ৰামে;
শোকত সীতাৰ—
নিশ্চয় দুৰ্ব্বল হ'ব নৰ;
সহজে তেতিয়া তুমি
বিনাশিব পাৰিবা তপসী।
বিশেষতে—
উপযুক্তা ৰাণী

সীতা সতী সোণাৰ লঙ্কাৰ ;
নেৰিবা সুযোগ এই
কৰাঁ। দাদা বলে ছলে সীতাক হৰণ
নিশ্চয় স্বৰ্গৰ সুখ লভিবা তেতিয়া।
দিলোঁ। মন্ত্ৰ বাতৰি নাথোন ;
যেনে ইচ্ছা হয় মনে কৰা তেনেমতে।
(শূৰ্পণখাৰ প্ৰস্থান)

ৰাৱণ— মন্ত্ৰিবৰ।
যাওঁ ময় মাৰিচৰ পাশ ;
আজ্ঞা কৰাঁ। সাৰথিক
ত্বৰন্তে আনক মোৰ পযুক্ত ৰথ।

মন্ত্ৰি— মহাৰাজ।
নেদেখোঁ মঙ্গল !
জানকী হৰিলে তুমি
নোৱাৰাঁ। ৰাখিব লঙ্কা
ছাৰখাৰ কৰিব ৰাঘৱে,
নষ্ট হ'ব তোমাৰ এই অমূল্য শৰীৰ।

ৰাৱণ— নেমানে প্ৰবোধ মোৰ মনে,
নিতান্তই হৰিম জানকী।
আজ্ঞা দিয়া সাৰথিক নকৰি পলম।

মন্ত্রি—(সাৰথিলৈ চাই) আনা ৰথ তুৰন্ততে সাজি।

(সাৰথিৰ প্ৰস্থান)

বিভীষণ— দাদা!

জনাওঁ মিনতি মম;
নকৰিবা ৰামেৰে বিবাদ।
হৰা যদি জানকীক
নিশ্চয় কৰিব ৰামে সবংশে সংহাৰ।
জগতৰ পতি ৰাম
যাৰ আজ্ঞাধীন ত্ৰিজগত,
তেওঁৰে বিবাদ কৰি
কোনে পাব পাৰে পৰিত্ৰাণ?
কু-আশাক এৰি
কটোৱা ৰঙেৰে কাল
স্বৰ্ণ লঙ্কাৰ সিংহাসনে।
কি বুজাম মম?
নাই একো নজনা তোমাৰ।

ৰাৱণ— নকৰা ৰাৱণ;

কৰিলোঁ প্ৰতিজ্ঞা যিটো
নিশ্চয় পালিম যতনেৰে।

(সাৰথিৰ প্ৰবেশ)

সাৰথি— আনিলোঁ অথবে ৰথ।

ৰাৱণ— কৰিলো প্ৰস্থান,

বিনালাভে জানকীৰ

নাহো মম লঙ্কাত উলতি।

(প্ৰস্থান)

বিভীষণ— মন্ত্ৰিবৰ!

কৰিবা আদেশ—

সেনাপতি বাখোক সজাই—

—যুদ্ধৰ সাজেৰে সৈন্যগণ।

ক্ৰোধমতি লঙ্কানাথ;

সুবুদ্ধি বিক্ৰম

আগ পাছ মনত নুগুণি

লগায় বিবাদ জানো ৰাঘৱৰ লগে?

যোৱাঁ মন্ত্ৰি প্ৰচাৰা আদেশ।

মন্ত্ৰি— নকৰিবা ভয়!

নিশ্চিন্ত মনেৰে থাকা তুমি।

(সকলোৰে প্ৰস্থান)

## পঞ্চম দর্শন।

মাৰিচৰ আশ্ৰম।

মাৰিচ বহি ধ্যান কৰে।

( ৰাৱণৰ প্ৰবেশ )

—০✽০—

মাৰিচ—( মনে মনে ) কিবা অভিপ্ৰায়ে জানো
আহিছে হুনাই লঙ্কেশ্বৰ ?
অবোধ ৰাৱণ
দিলে হিত উপদেশ
কেতিয়াও হিত বুলি নেভাবে মনত।
(প্ৰকাশ কৰি) নিশাচৰ নাথ।
কিয়বা আহিলা ঘূৰি ?

ৰাৱণ— মামা। তোমাৰ নিষেধ মানি
এৰিলোঁ ৰণৰ ভাব।
কিন্তু ;
সীতা নামে জনকনন্দিনী
ৰামৰ তিৰোতা—
অপৰূপ ৰূপ
যাৰ ৰূপে পৰাজিত বিদ্যাধৰী গণ,
তেনে ৰূপৱতী সীতা—

কৰিছে ৰামৰ লগে বাস।
কৰা উপকাৰ;
দিয়া যুক্তি মোক ;
যাতে মোৰ লাভ হয় জানকী ৰতণ।

মাৰিচ— ৰাক্ষস ঈশ্বৰ।
ধৈৰ্য্যধৰা—স্থিৰ হোৱা ;
নহবা বিভ্ৰম তুমি
নিদিবা মনক লাই, সামান্য কাৰণে।
নেজানা বিক্ৰম—
নুবুজা বলৰ পৰিমাণ ;
নাই চিনা কোন সেই নৰ
সিহেতু কৰিছা তুমি এনে ভাব মনে।
জগতৰ হৰ্ত্তা কৰ্ত্তা ;
যাৰ অনুগ্ৰহে—
—কৰিছা সুখেৰে বাস
সেই তেওঁ পুৰুষ প্ৰধান—
ৰাম ৰূপে ধৰিছে জনম।
কোনে দিলে আজি—
তোমাৰ মনত এনুৰা কুমতি,
কোন সেই দুৰাচাৰ ?

লঙ্কাপতি !

নহবা চঞ্চল,

শুনা সাৱধানে ৰামৰ বিক্ৰম কিছু।

যেই সময়ত—

মুনি ঋষিগণে

কৰিছিলে যজ্ঞ মিথিলাত,

বহু নিশাচৰে—

যজ্ঞ হিংসি বামুণৰ বিপদ ঘটাও ;

অসংখ্য মুনিয়ে—

উচৰ্গ কৰিলে প্ৰাণ—

আমাৰ পেতত সেই কালে।

ভয় পাই মনে

বিশ্বামিত্ৰ মহামুনি

আনিলে ৰামক পাশে ;

যজ্ঞ ৰক্ষা কৰিবৰ হেতু।

সুবুদ্ধি ধীৰক তাৰ

চাপিলোঁ ওচৰ আমি—

ভয়ঙ্কৰ ৰূপ ধৰি ত্ৰাসিবৰ মনে।

কিন্তু ;

ৰামৰ শৰত—

প্রাণ দিলে সবে নিশাচরে ;
পেলালে সাগরে মোক
দয়াকরি নবধিলে দেহ।
জানা তুমি সেই কথা ;
সেই দিন ধরি—
এরিলো হিংসার কার্য্য
অগাধ বনত আহি–
জপিছোঁ রামর পদ হৃদয়ত ভাবি।
তথাপিতো—
র বর্ণ আদির নাম
শুনিলে মনত লাগে ভয়,
গছ লতাবন
-যিহকে দেখিছো মানে–
"রাম" বুলি কঁপিছে শরীর।
শয়নে সপোনে-ময়
দেখোঁ মাথো চিরকাল-রাম ময় রূপ।
লঙ্কেশ্বর! শুনা যদি হিত উপদেশ ;
রামর অহিত চিন্তা এরি—
রাজ্য করা লঙ্কাত সুখেরে।
জানকী হরিবা যদি

সংহৰিব ৰঘুনাথে ৰাক্ষসৰ কুল,
স্বৰ্ণ লঙ্কাৰ—
নেথাকিব কণামানো চিন!
পানীত ওপঙ্গে শিল,
মেৰে দিয়ে ৰৰষুণ—
পশ্চিমে ওলায় বেলি,
ৰঘুপতি কৰিলে আদেশ।

ৰাৱণ— নাই সোধা সুমন্ত্র তোমাক,
নোহোৱা মন্ত্রিৰ যোগ্য তুমি,
নিচ মতি কা-পুৰুষ
জন্মিলা ৰক্ষৰ বংশে,
নেজানা ভদ্রৰ ব্যৱহাৰ,
মিছাতে পকালা ডাঢ়ী চুলি!
লঙ্কেশ্বৰ মই,
যাৰ আজ্ঞাধীন ত্রিভুবন,
সামান্য নৰৰ লগে।
কৰিলা তুলনা তুমি,
নহল কিঞ্চিতো মনে ভয়?
( খাপৰ পৰা তৰোৱাল উলিয়াই )
লওঁ এই তৰোৱাল,

অনন্ত কালৰ হেতু
কৰিম এতিয়া তোক দীঘল বিদায় ;
বাধক তপস্বী ৰামে সাধ্য আছে যদি !
নতুবা দুৰ্গতি !
যি আদেশ কৰো
সেইবিলাক পাল কৰিনেৰে।
স্বৰ্ণ হৰিণ হই—
সীতাৰ আগত যাবি,
দেখিলে জানকী
নিশ্চয় কৰিব বাঞ্চা
লওঁ বুলি স্বৰ্ণ মৃগ,
আদেশিব ৰামক সুন্দৰী।
ভাৰ্য্যা আজ্ঞাধীন ৰাম
কৰিব গমন—
মৃগৰ কাৰণে বনে,
নিবি তাক চলে বহুদূৰ ;
মাতিবি ৰামৰ বাক্যে লক্ষ্মণৰ নামে
শুনিলে ৰামৰ মাত
আঁতৰিব নিশ্চয় লক্ষ্মণ
শূণ্য ঘৰে থাকিব জানকী ;

সেই অৱসৰে,
নিশঙ্ক মনেৰে ময়
ছদ্মৰূপ ধৰি—
হৰিনিম ৰামৰ তিৰোতা।

মাৰিচ— (মনে মনে) ভাল বিপদত পৰিলোঁ আজি! ৰাৱণৰ কথা মতে নচলিলে এতিয়াই ৰাৱণৰ হাতত প্ৰাণ যাব, ৰাৱণৰ কথা শুনি ৰামৰ বিৰুদ্ধে গলেও নিশ্চয় ৰামে বধিব, মহা সঙ্কটত পৰিলোঁ, নিস্তাৰ নায়! ভাবিলেবা হ'বকি? পৃথিবীত জনমিলে অৱশ্যে এদিন মৰিব লাগিবই লাগিব? এতেকে ৰাৱণৰ আদেশ ৰাখি ৰামৰ হাতত প্ৰাণ এৰোঁগই, এয়ে ভাল তেতিয়া হলে দুয়োটা মোৰ মঙ্গল জনক হ'ব। ৰাৱণৰ হুকুম ৰখাও হ'ব, ৰামৰ হাতত মৰি সদ্গতিও পাম। এয়ে ভাল উপায়; ইয়াতকৰি আৰু আন সহজ উপায় নাই।

ৰাৱণ— কি ভাবিছ বুঢ়া!
উচিত উত্তৰ কিয় নিদিয় বেগতে?

মাৰিচ— নেভাবো নিজৰ হেতু—
যাব এই ক্ষুদ্ৰ প্ৰাণ
নাই তাত একো দুখ মোৰ ;
কিন্তু, একৰ দোষত
সহস্ৰ প্ৰাণীৰ নাশ
নিতান্ত তোমাৰ গৰিহিত।
লঙ্কেশ্বৰ !
তিৰী বাক্য শুনি
পশু তুল্য হ'লা তুমি
ভ্ৰষ্ট হ'ল হিতাহিত জ্ঞান।
এৰিলা প্ৰাণৰ মায়া,
এৰিলা ৰাজাৰ ধৰ্ম্ম,
চিন্তিলা ৰাজ্যৰ দ্ৰোহ তুমি ;
ৰাজনীতি কৰি অবিচাৰ
জলাঞ্জলী দিলা আজি—
পত্নী পুত্ৰ ৰাজ্যৰ মমতা !
অবুজন তুমি !
দিলো মই জ্ঞান নীতি
নেমানিলা বাক্য মোৰ তুচ্ছভাব কৰি।
দেখিবা প্ৰত্যক্ষে তাৰ যেতিয়া প্ৰমাণ,

অন্তিম কালত—
সোঁৱৰিবা অৱশ্যে ই কথা।
নাশিলা নাশিলা তুমি লঙ্কাৰ গৌৰৱ !
ৰাক্ষসৰ নাথ !
মানিলোঁ আদেশ
বলা যাওঁ পঞ্চবতী
দেখোঁ সেই ৰাঘৱৰ অৰুণ চৰণ
কৰোঁ অভাগাৰ এই জীৱন সাৰ্থক।

ৰাবণ— প্ৰশংসিলো এতিয়াহে ময়।
সহস্ৰ হস্তীৰ বল গাত
মায়ায় ঈশ্বৰ তুমি—
কিয় কৰা ভয় ৰাঘৱক ?
কৰিলো প্ৰতিজ্ঞা এই,
তোমাৰ কৃপাত যদি হয় সীতা লাভ
অৰ্দ্ধলঙ্কা অকপটে কৰিম প্ৰদান,
হ'বা তুমি অৰ্দ্ধ লঙ্কেশ্বৰ।

মাৰিচ— সত্য কথা !
যদি হয় জানকীক লাভ
অৰ্দ্ধ লঙ্কেশ্বৰ হ'ম সুবৰ্ণ লঙ্কাৰ।
কিন্তু ! নেদেখোঁ লক্ষণ তাৰ,

কোৰ্ঁা লঙ্কাপতি !
যদি মৰোঁ ৰামৰ শৰত
কোনে খাব অৰ্দ্ধৰাজ্য ;
কোন হ'ব অৰ্দ্ধেশ্বৰ—
নেপাওঁ বিচাৰি দেখোঁ সেইজন ময় !

ৰাৱণ— মামা !
থাকোতে সহায় দশানন ;
কোনে কৰে তোমাৰ বিনাশ ?
নকৰা সন্দেহ তুমি,
যদি আছে দেবী কৃপা অধীনৰ প্ৰতি
বিনাকষ্টে হ'ব লাভ বাঞ্চিত ৰতণ ।

(গীত)

জয় জয় দূৰ্গা দুৰ্গতি নাশিনী ;
জয় জয় তাৰা ত্ৰিতাপ হাৰিণী ।
তোমাৰ প্ৰসাদে ; যেন অপ্ৰমাদে
জানকী হৰিব পাৰোঁ নাৰায়ণী ।
বাঞ্চা সিদ্ধি দাত্ৰি ; তুমি হৈমৱতী
দাসে দায়া কৰা দনুজ দলনী ।
ত্ৰিলোক তাৰিণী ; গণেশ জননী ,
চৰণে মিনতি কৰোঁ কাত্যায়ণী ।

হে অভয়ে বৰদে তাৰা !
দিয়াবৰ নকৰি বঞ্চনা,
অভয় চৰণে কৰিছো কাকুতি
বাঞ্চাপূৰ্ণ কৰা এই কিঙ্কৰ দাসৰ

(নেপথ্যে-- বাঞ্চা সিদ্ধি হ'ব অচিৰতে। )

ৰাৱণ— শুনা মামা !
দেবী তুষ্ট মোৰ প্ৰতি
দিলে মনোমত বৰ
বলা শীঘ্ৰে পঞ্চৱতীযাওঁ।
(দুয়োৰে প্ৰস্থান)

---

## ষষ্ঠ দর্শন।

দণ্ডক বন।

দেবকন্যা সকলের প্রবেশ।

———॥•॥———

### (গীত)

বনেবনে ফিরে। আমি
বন শোভা চাও,
আহা সখি যাও।
নাহব হাহিবে চাও,
সুখে মিঠা গীত গাওঁ,
লাগিব মলয়া বা,
শীতল পবিব গা,
চক্ষু জুবাই,
মন ভুলাই,
ফুল শোভা চাও
মালা গাঁঠিলও,
আহা সখি যাও।

১ম-কন্যা— রাক্ষসর সংহারি,
আমার জিবণি ঠাই—
দণ্ডক করিলে মুকলি।

২য়— চোৱা সখী !

—লাহৰ ফুলনী কেনে জকমক্ কৰি
ফুলিছে চাৰিও ফালে,
গুটি মালী, মাধবী, গোলাপ,
নানা জাতি ফুল
উলাহতে হালি জুলি
মাৰিছে মিচিকা হাঁহি জুমি জুমি চাই।

৩য়— স্নেহৰ ফুলনী।
ৰাক্ষসৰ হাত সাৰি
হ'লা যুৰি আমাৰে অধীন।

১ম— দেখিছানে সখি !
কোন গোৱা—
ধীৰে ধীৰে আহিছে ইফালে ?

২য়— কিঔ ! পালেহি ৰাৱণ দেখোঁ !
কুৰি হাত দাঙ্গি
আহিছে আমাৰ ফালে যমৰ নিছিনা !

৩য়— ব'লা সখি !
পালেহি ৰাৱণে আক নোৱাৰি সাৰিব।

(দেৱকন্যা সকলৰ প্ৰস্থান, ৰাৱণ ও মাৰিচৰ প্ৰবেশ)

ৰাৱণ— দেখিছো ৰামৰ পত্নী ;

নাই বেচি দূৰ
হোৰা মায়া, মৃগৰ আকাৰ
বিলম্বৰ নেদেখোঁ কাৰণ!

মাৰিচ— হে প্ৰভু! কমললোচন!
মুক্তি দিবা অধমক
দুখানি চৰণে—
পৰি পৰি কৰিছোঁ প্ৰণাম,
মৰ্ষিবা ভৃত্যৰ অপৰাধ।
লঙ্কাপতি!
নিজৰ দোষতে—
চিন্তিলা নিজৰ মাৰ
আনৰো কৰিলা সৰ্ব্বনাশ!
নিদ্ৰিত সিংহক অকালে জগাই
কৰিলা কণক লঙ্কা শ্মশান সদৃশ।
হে জন্ম ভূমি!
তোমাৰ অভাগা পুত্ৰ অধম মাৰিচে
দণ্ডৱতে কৰিছো প্ৰনাম,
দিয়া মাতৃ দাসক বিদায়।
সোণাৰ নগৰ!

ৰাৱণ কুপুত্ৰ দোষে
শ্মশান ৰূপেৰে—
পৰিণত হ'বা তুমি অচিৰ কালতে।
এৰিগল ভাগ্য লক্ষ্মী নাহিব উলতি;
তেজেৰে—
কৰিব প্লাবিত ৰামে
বীৰ শূন্য হ'বা বীৰ ভূমি
(দুয়োৰে প্ৰস্থান)

# পঞ্চম অঙ্ক।

## প্ৰথম দৰ্শন।

পঞ্চবটীৰ কুটিৰ।

শ্ৰীৰাম লক্ষ্মণ আৰু সীতা।

সীতা— নাথ! আজি ৰাতি—
হঠাতে দেখিলো কু-সপোন;

বিশ্বামিত্ৰে ঋষি যেন ওচৰত বহি
ক'লেহি বুজাই মোক ;
"থাকা সাৱধানে
চাপিছে তোমাৰ পাশ-শকট বিপদ
ভুগিবা বিস্তৰ দুখ অতি অচিৰতে"।
ভাগিল কুনিদ্ৰা মোৰ আঁত-ৰিল ঋৰি,
উঠিলো শয্যাৰ পৰা ;
কঁপিছে শৰীৰ মোৰ,
নাৰিছে দক্ষিণ চকু ;
এনে ভাব লাগিছে মনত
কিবা যেন বিপদত পৰিম দুনাই।

ৰাম— শঙ্কা নকৰিবা !
ৰজাৰ নন্দিনী—
ৰাজাৰ বোৱাৰী হই,
ভক্ষিছা বনৰ ফল মূল ;
পিন্ধিছা বাকলী বস্ত্ৰ
মৃত্তিকা শয়ন কৰি
বনে বনে কৰিছা ভ্ৰমণ !
তাতো কৰি কিবা দুখ আছেনে মহীত ?

লক্ষ্মণ— বনবাস খাটি—

ভূগিছা কোমল প্ৰাণে যন্ত্ৰনা অশেষ ;
শয়নে সপোণে
লাগিছে সি হেতু ভাব—
দুনাই দুনাই যেন পৰোঁ বিপদত ।
ডাঠ কৰা হৃদয়ক !
সাক্ষাতে থাকোতে ৰঘুনাথ
নকৰিবা চিন্তা অকাৰণে ।
আক দেবী !
ধাতু মণ্ড হই যদি ;
দেখে কু-সপোণ
মাজে মাজে নয়নেও নাচে ।
সীতা— ধাতুৰ লক্ষণ যেন নেদেখোঁ সমূলি
নোৱাৰোঁ কৰিব মন বলেৰেও থিৰ ।
(বনৰ ফালে চাই)
চোৱাঁ নাথ
চৰিছে বনত কেনে সোণাৰ হৰিণ ,
এ'হে ! কেনে মন মোহা ৰূপ
কিবা তাৰ চকু দুটি ,
কেনেকৈ শুৱনি সিং
জিলিকিছে কেনেদৰে সোণালি বৰণ

ফুৰিছে বনত খাই কুমলীয়া ঘাঁহ।
চৰণত ধৰোঁ।
যদি আছে কিঞ্চিতো চেনেহ
চৰণৰ দাসী ভাবি
ধৰি দিয়া পহুটিক
যতনে পালিম দুখুনীয়ে।

ৰাম— ধৰিম তুৰন্তে মৃগ নকৰাঁ ভাবনা।
বোপা ! আনা ধনু শৰ
যাওঁ ময় মৃগৰ উদ্দেশে।

লক্ষ্মণ— সৰ্ব্ব দৰ্শি তুমি ৰঘুনাথ !
কাননে সুবৰ্ণ মৃগ অসম্ভব কথা !
মায়াবীৰ পঞ্চৱটী,
নোৱাৰি বুজিব একো ৰাক্ষসৰ মায়া,
বিশেষতে ৰক্ষ সব
আমাৰ পৰম ৰিপু,
চিন্তিছে উপাই
যিমতে কৰিব পাৰে আমাৰ নিধন।
স্বৰ্ণ মৃগ স্বভাবিক বুলি ;
নহয় প্ৰত্যয় মোৰ মনে।

ৰাম— প্ৰকৃত হৰিণ কিম্বা মায়াবী ৰাক্ষস,

নিশ্চয় বুজিবা
যেনে তেনে কৰি আজি
অৰণ্যে ধৰিম তাক,
অক্ষমে বধিম প্ৰাণ তিক্ষ্ণ শৰ মাৰি
এবাৰ নোৱাৰে কিন্তু ৰামৰ হাতত ।

সীতা— যোৱাঁ শীঘ্ৰে নাথ !
বিলম্বে পলাব মৃগ কাননৰ মাজে ।

( লক্ষ্মণে ধনুশৰ আনি দিয়ে ৰামে হাতত লই )

ৰাম— বোপা ! যেতে পৰ নাহো ঘূৰি,
জানকীক নেৰিবা অকলে,
গতালোঁ তোমাৰ হাতে,
সাৱধানে থাকিবা লক্ষ্মণ ।

( ৰামৰ প্ৰস্থান )

সীতা— লভিম অতুল সুখ
পাওঁ যদি দুখুনীয়ে সোনাৰ হৰিণ ।

লক্ষ্মণ— বহু দিন দেৱী,
ফুৰিছো অৰণ্যে ময়
দেখিছো নানান মৃগ
নানা জাতি বনচৰ দাসে,
দেখা শুনা নাই কিন্তু

সুৱৰ্ণৰ মৃগ আছে বনৰ ভিতৰ।

সীতা— থাকিবও পাৰে বোপা।

নানা বৰ্ণ পশু আছে এই সংসাৰত।

নহলেনো বাক—

ক'ৰ পৰা সতকাই,

দেখা দিলে আগত আমাৰ।

লক্ষ্মণ— নেদেখিলে প্ৰত্যক্ষে আগত,

নোৱাৰোঁ সঠিক ক'ব,

নহয় সন্দেহ দূৰ দাসৰ মনৰ।

( নিতাল মাৰি থাকে )

( নেপথ্যে— প্ৰাণৰ লক্ষ্মণ! বেঢ়িলে ৰাক্ষসে ;

আহা শীঘ্ৰে ধনু ধৰি, ৰাখা মোৰ প্ৰাণ। )

সীতা— (কাণ পাতি শুনি) শুনিলো নাথৰ মাত!

পৰিছে ৰাক্ষস মাজে মাতিছে তোমাক

মোৰ্ বীৰমণি ;

সঙ্কটত ৰাখা মোৰ স্বামী।

লক্ষ্মণ— নহ'বা চঞ্চলা,

শুনিলো এতিয়া যিয়

ৰামৰ সদৃশ স্বৰ—

মাতিছে দুৰন্ত নিশাচৰে।

নহয় আঁতুৰ দাদা বিপদ সময়ে
নোলায় কাটিব স্বৰ মুখত কদাপি।
হৰ-ধনু ভঙ্গ কালে,
ৰণত সিদিনা আৰু পঞ্চবতী বনে—
দেখিলা প্ৰত্যক্ষে তুমি ৰামৰ বিক্ৰম।
বধিব মায়াবী,
আনিব এতিয়া ধৰি সোণাৰ হৰিণ,
নকৰিবা চিন্তা দেৱী স্বামীৰ কাৰণে।

সীতা:— এয়েকি উচিত বাক্য বিপদ কালৰ?
বুজিলোঁ তোমাৰ মন;
ভৰতে হৰিলে ৰাজ্য বনত খেদাই
তুমি ল'বা ভাৰ্য্যা তাৰ!
তাকে ভাবি,
ৰাক্ষস শত্ৰুৰ মাজে এৰি মোৰ স্বামী
আছা তুমি নিশ্চিন্ত মনেৰে!
স্বভাৱতে বিমাতৃৰ ভাই
কিয় হব প্ৰকৃত চেনেহ?
কিনো অভাগিনী ময়
ৰাক্ষস মায়াত ভুলি
পঠিয়ালোঁ প্ৰভু মোৰ—শঙ্কা কুল বনে

কপটী লক্ষ্মণ!
মোৰাব পূৰাব তই কপট বাসনা,
প্ৰভুৰ বিহনে
নেৰাখোঁ তিলেকো প্ৰাণ,
গোদাবৰী জলে;
কিম্বা অগনিত,
এৰিম নতুবা দেহ মহাবিষ খাই,
নকৰোঁ তথাপি স্পৰ্শ পৰ পুৰুষক।
নীচ মতি!
ধিক তোৰ ভাতৃ ভক্তি!
শতধিক জীৱনত তোৰ!

লক্ষ্মণ— কিবা দোষে দেবী,
বুলিলা দাসক আজি নিষ্ঠুৰ বচন?
শ্ৰীৰামৰ আজ্ঞাধীন ময়
ফুৰিছোঁ সততে আজ্ঞাপালি।
যাবৰ বেলিকা দাদা—
-বাৰে বাৰে কৰিলে নিষেধ;
কিমতে লঙ্ঘিব পাৰোঁ
যি আদেশ দিলে ৰঘু নাথে?
শত্ৰুৰ আজত এৰি অকলে তোমাক

কোন সঁতে আঁত-ৰিম লাস ?

সীতা— নেলাগে প্ৰবোধ।

নেলাগে সহায় মোক কপটি জনৰ—
কৰিলোঁ বিদায় ;
নোখোজোঁ আশ্ৰয় তোৰ
যাব পাৰ পাপমতি য'ত মনে ধৰে।
থাকিম অকলে ময়,
যেতে পৰ নাহে ঘুৰি নাথ।

লক্ষ্মণ— দেৱী ! তোমাৰ আদেশে—

শুভাশুভ নকৰি বিচাৰ
কৰিলো প্ৰস্থান ময়,
নক'বা শুনাই কুবচন।
হে দেৱগণ !
নিসহায় অবলাক
এৰিলোঁ শত্ৰুৰ মাজে আজি ;
কৰিবা কটাক্ষ জানকীৰ প্ৰতি
নির্ব্বিঘ্নে ৰক্ষিবা দেৱগণ !
দিলো এই ৰেখা দেৱী !
নহয় ৰিপুৰ সাধ্য লজ্ঘিব ইয়াক—
নোৱাৰে কৰিব শত্ৰু ভিতৰে প্ৰবেশ,

নহৱা ব্যাহিৰ তুমি কুটিৰৰ পৰা।

( শবৰ আগেৰে তুৰাৰ মুখত জাঁকদিয়ে ও লক্ষ্মণৰ প্ৰস্থান ; ডিঙ্গিত ৰুদ্ৰাক্ষৰ মালা, হাতত যতি ও ছাতি ; কান্ধত ভিক্ষা ঝুলি ; কপালত চন্দনৰ ফোঁট লই যোগীৰ বেশ ধৰি ৰাৱণৰ প্ৰবেশ )

( গীত )

জয় শিব শঙ্কৰ, হৰ মহেশ্বৰ,
শশাঙ্ক শেখৰ দিগম্বৰ।
জয় ত্ৰিলোক পালক, ত্ৰিনেত্ৰ ধাৰক,
বিভূতি ভূষন জটাধৰ।
জয় বাঘাম্বৰ ধাৰী, হৰ ত্ৰিপুৰাৰী,
বৃষভ বাহন গঙ্গাধৰ।
দুৰ্ম্মতি দুৰ্গতি, হৰ পশুপতি,
দিয়াহে সুমতি বিশ্বেশ্বৰ।

---

শিব শম্ভু মহাদেৱ বিশ্বেসামৰ বল্লভঃ
শিবঃ শঙ্কৰ সৰ্ব্বজ্ঞ নীলকণ্ঠ নমস্তুতে।
বম্ ভোলানাথ, বম্ ভোলানাথ !!

সীতা— (মনে মনে) এইজন কোনোবা মহা যোগী
আহিছে হৰলা। নহলে নো এই বনৰ
মাজত এই দৰে শিৱৰ নাম কোনে
গাবহি। ভালে মান দিন কোনো ঋষি
মুনিৰ লগত দেখা সাক্ষাত হোৱা নাই,
মোৰ ভাগ্য গুণেৰেহে এওঁ আহিছে।
(প্ৰকাশকৈ)
কোন তুমি যোগীবৰ!
কিবা কাৰ্য্যে আহি
পৰ্ণ কুটিৰত কৰিলা অৰ্পণ পদ?

যোগী— গুণৱতী!
ৰাৱণ নামেৰে—
কুবেৰৰ ভাই হওঁ
শিৱৰ উদ্দেশ কৰি
যোগ কৰোঁ। চিৰকাল অৰণ্যৰ মাজে
শিৱ ভক্ত বুলি
জানে মুনিগণে মোক
কৰে আক অশেষ শন্মান।
ক্ষুধাতুৰ হই,
ভিক্ষাৰ নিমিত্তে ময় আহিলো সম্প্ৰতি।

সুবদনি!
ইন্দ্ৰৰ ইন্দ্ৰাণী,
উৰ্ব্বশী মেনকা সচী,
কিম্বা হবা ৰম্ভা তিলোত্তমা,
নতু লক্ষ্মী সৰস্বতী, অথবা পাৰ্ব্বতী,
হোৱা তাৰ কোন জন ?
কিয়বা যৌবন কালে—
কৰিছা অৰণ্যে বাস
কৃপাকৰি দিয়া পৰিচয় ?

সীতা— যোগীবৰ !

জনক নন্দিনীময়
দশৰথ ৰাজাৰ বোৱাৰী
ৰঘু-নাথ স্বামী মোৰ
কৰিছে বনত বাস পিতৃ সত্য পালি,
স্বামী সঙ্গে হ'লো বন বাসী।
নাই এনে ভিক্ষা ঘৰে,
যাতে পাৰোঁ তুষিব তোমাক।
খন্তেক বিশ্ৰাম কৰা,
এতিয়া আহিব প্ৰভু লক্ষ্মণৰ লগে
আনিব বনৰ ফল;

দিম তাকে ; ভিক্ষা বুলি কৰিবা গ্ৰহণ

যোগী— নাই বিশ্ৰামৰ পৰ,

বেলি হলে তপস্যাৰ ঘটিব বিঘিনি,

লাগিছে পেতত ভোক ,

যদি ভিক্ষা নাই দেবী

সন্নিধান পালে ময় যাব পাৰোঁ উঠি।

সীতা— ( মনে মনে ) কি কথা হ'ল। প্ৰভূ এতে পৰো নেপালেহি, ঘৰতো একোটো নাই; অতিথি আহি শুদা হাতে ঘূৰি গ'লে সাতপুৰুষ নৰকত পৰিব লাগে। মহা বিমুৰত পৰিলোঁ। বৰ বিপদ হ'ল ! ( প্ৰকাশকৈ ) যোগীবৰ ! কিদিম তোমাক ? কিঞ্চিত অপেক্ষা কৰঁা আসনত বহি।

( গীত )

কিবা ভিক্ষা দিবো ওহে যোগীবৰ
জনক নন্দিনী, জনম দুখিনী
বন ফল মূল আমাৰ আহাৰ ॥
ৰাজাৰ বোৱাৰী ৰাজাৰ মহিষী

প্ৰাণ পতি সঙ্গে হলোঁ বন বাসী;
ঘৰে ভিক্ষা নাই কিবা দিবো মই
আছে শূন্য হই পৰ্ণৰ কুটিৰ ॥

---

যোগী— খন্তেকো বিশ্ৰাম আৰু মোৰাবো কৰিব;
কৰিলো প্ৰস্থান দেৱী!
( দুখোজ মান আগবাঢ়ে )

সীতা— ( মনে মনে ) ভাল সময়টোত অতিথি জন
আহিল! কিকৰোঁ!! ভোকত আতুৰ হৈ
ভিক্ষাৰি আহি উলতি গোৱাতো কথা
শুনিলে প্ৰভুৰ মনত বৰ দুখ পাব;
আৰু মোকো নথৈ খং কৰিব। নগলেও
বা কিদিম! যি-কি নহক এই বেল
দুটা আছে তাকে দিওঁ, শুদা হাতে
যোৱাতকৈ ইও ভাল।
( হাতত বেল লই )
বৰ ভাগ্য গুণে আজি—
দেখিলো তোমাক যোগীবৰ।
ক্ষুধাতুৰ হই—
নেলাগে উলতি যাব,

আছে এই দুটি বেল;
ভিক্ষা বুলি দুখুনীৰ—
কৰা তাৰে উদৰ পূৰণ।

যোগী— তুষ্ট হলো ভক্তিত তোমাৰ!
দিয়া বেল—
ভিক্ষা ভাবে কৰিম গ্ৰহণ।

(সীতাই হাতমেলি ভিতৰৰ পৰা বেল দিয়ে)

যোগী— নলও ভিতৰে দান!
অভিপ্ৰায় আছে যদি ভিক্ষাদিওঁ বুলি
দিয়া তেন্তে বাহিৰ ওলাই।

সীতা—(মনে মনে) এইবাৰ বৰ শঙ্কটত পৰিলো।
লক্ষ্মণৰ কথা পেলাই বাহিৰ ওলাবলৈ-
-ও কো টান হ'ল; নোলালেও ভিক্ষা-
ৰিয়ে ভিক্ষা নলই, মহা বি-বুধিত
পৰিলোঁ। হওঁতে বাহিৰ ওলাই
ভিক্ষা দিলেনো লক্ষ্মণে কেনেকৈ
জানিব? তাকেই কৰো। অতিথিক
বিদায় দি আকৌ আহি ভিতৰত সো-
মাই থাকিম।

যোগী— দিয়ানে নিদিয়া ভিক্ষা?

নোৱাৰোঁ। অধিক আৰু কৰিব পলম।

সীতা—(বাহিৰ হৈ) হলোঁ। বাজ;

ধৰা প্ৰভু। এই দুটি বেল।

(হাতমেলি ভিক্ষা লোৱা ছলেৰে

যোগীয়ে সীতাৰ হাতত ধৰে)

সীতা— কি কৰ! কি কৰ যোগী!

ৰামচন্দ্ৰ ভাৰ্য্যা বুলি—

নেজানিলি তই,

ধৰিলি হাতত কিয়!

টুটিল আয়ুস তোৰ—

যোগধৰ্ম্ম সৱে গ'ল ৰসাতল আজি

স্পৰ্শ কৰি ৰামৰ তিৰোতা।

এৰিদে, এৰিদে মোক,

কৰিছো মিনতি তোৰ চৰণত ধৰি;

অৱলাক নকৰিবি বল।

যোগী— নহও প্ৰকৃত যোগী,

লঙ্কাপতি দশানন—

জানিবা সুন্দৰী মোক,

ছদ্মবেশ মাত্ৰ ইটো মোৰ।

নোৱাৰা সাৰিব—

পৰিলা ফান্দত আজি
হৰিম তোমাক লঙ্কাপুৰে ।
ৰামৰ লগত থাকি—
নেলাগে সহিব দুখ,
জটাজুট বান্ধি—
নেলাগে থাকিব আৰু বনফল খাই
উপযুক্ত আসন তোমাৰ—
ৰাখিছো সজাই দাসে
যতনেৰে স্বৰ্ণ লঙ্কাত ।
ব'লা দেৱী !
হৰিব মনেৰে—
স্বৰ্ণ সিংহাসনে বহি,
কটোৱা সুখেৰে কাল ;
দাস হই লঙ্কাবাসীগণ—
অকপটে সেৱিব তোমাক ।

সীতা— লঙ্কেশ্বৰ !
নকৰিবি অত্যাচাৰ মোক ।
জ্ঞানী মানী ধৰ্ম্মী হই
কিয় কৰ আচৰণ নিৰ্ব্বোধৰ দৰে ?
অধম পিশাচ !

কৰিছোঁ মিনতি,
নকৰিবি বল মোক ;
জ্বলন্ত অগ্নিত নেমাৰিবি ঝাঁপ,
নকৰিবি বংশৰ নিৰ্ম্মুল।

যোগী— নকৰা মিছাতে শোক,
নিশ্চয় তোমাক—
হৰি নিম স্বৰ্ণ লঙ্কাত।
নাই তেনেজন
নিজনে ৰাখিব পাৰে ,
ৰাৱণ হাতৰ পৰা, তোমাক সুন্দৰী !

সীতা— লঙ্কাপতি !
কিয় দিলি প্ৰাণ আজি,
মোৰ স্বামী ৰাঘৱৰ হাতে ?
হে ৰঘুনাথ !
কৰা ত্ৰাণ অধিনীক,
তোমাৰ প্ৰাণৰ ভাৰ্য্যা
অকলে বনত পাই,
বলেৰে হৰিছে চোৰা দুৰ্ম্মতি ৰাৱণে ;
আহা প্ৰভো নকৰি পলম
কৰাহি নিস্তাৰ নাথ ৰাক্ষসৰ পৰা।

হে দেওৰ লক্ষ্মণ !
কুবচন বুলিলো কুবুদ্ধি,
ক্ষমি অপৰাধ সেই
সম্প্ৰতি দণ্ডকৰি লঙ্কাৰ-ঈশ্বৰে
পৰিত্ৰাণ কৰা মোক এই সঙ্কটত
হে বিপদ বাৰণ !
কৰিছা বিলম্ব কিয়
দুখিনীৰ বিপদ সময়ে ?

( গীত )

কেনি গৈলা প্ৰাণনাথ চোৱাহি দুৰ্গতি ।
অবলা সীতাৰ আজি কি ঘটিলে গতি ॥
শূন্য ঘৰে পাই বনে,
হৰিছে দুষ্ট ৰাৱণে,
ৰাখা এ শঙ্কটে নাথ,
কৰিছো কাকুতি ।
হে প্ৰভো করুণা সিন্ধু,
অনাথ জনাৰ বন্ধু,
কৰা কৃপা বিতৰণ—

চন্দ্ৰাননী !
কৰিছো বিনয়
আহা শীঘ্ৰে উঠাঁহি ৰথত ।
( সীতাৰ হাতত ধৰি টানে)

সীতা— হে দেৱগণ !
হে পঞ্চৱটী-তৃণ তৰুলতা !
থাকিবা সকলে সাক্ষী ;
নিসহায় জানকীক—
অকলে বনত পাই,
বলেৰে হৰিছে লঙ্কেশ্বৰে,
জনাবা বাৰতা এই প্ৰভুৰ চৰণে ।
হে জননী !
তোমাৰ দুখুনী কন্যা
কৰিছে হৰণ চোৰা নিজানত পাই
অবোধ ৰাক্ষস—অধিপতি ।
প্ৰভুৰ আগত—
দিবা এই বাৰ্ত্তা মাতৃ !
দণ্ডকৰি নিশাচৰে,
উদ্ধাৰ কৰিব অভাগীক ।
হে সীতা কান্ত !

নেদেখিলো চৰণ তোমাৰ ;
কোনমতে প্ৰভু
সমৰ্পিলা অধিনীক ৰাক্ষসৰ হাতে।
লঙ্কেশ্বৰ !
অবোধ পিশাচ !
কালে তোক কৰিলে কুমতি,
অচিৰতে নষ্ট হবি ৰামৰ হাতত।

(কান্দে)

যোগী— নেলাগে কান্দিব !
উঠাহি পুষ্পক ৰথে ৰাখিছো সজাই।
(সীতাৰ হাতত ধৰি বলদি লৈ যায়)

---

## দ্বিতীয় দৰ্শন

বনৰ মাজ,
শ্ৰীৰ [illegible]

---

ৰাম— উঃ ! কেনে ভয়ানক ৰাক্ষসৰ মায়া !
সুবৰ্ণ হৰিণ হই দুৰাত্মা নাচিছে—
[illegible]

পুনু কিয় মোৰ স্বৰে—
মাতিলে লক্ষ্মণ বুলি, মৃত্যুৰ সময়ে,
নোৱাৰিলোঁ বুজিব কাৰণ!
মোৰ মাত বুলি,
নুবুজি ৰাক্ষস মায়া—
লৰামতি চঞ্চল লক্ষ্মণ,
আহে পাছে শূন্য ঘৰে জানকীক এৰি,
সেই অৱসৰে জানো
সাধে কিবা অভিপ্ৰায়,
মায়া কৰি মায়াবী জাতিয়ে!

(লক্ষ্মণৰ প্ৰৱেশ)

ৰাম— কি কৰিলা বোপা!
শত্ৰু মাজে জানকীক এৰি
কিয় তুমি আহিলা হঠাতে?

লক্ষ্মণ— কিবা কয় দাদা!
আচৰিত হলোঁ দাস!
ৰাক্ষসে বেঢ়িছে বুলি মাতিলা এতিয়
আহিলোঁ তোমাৰ মাত শুনি,
ঘূৰি কিয় কোৱাঁ মোক
কৰিলা অকাৰ্য্য বুলি!

কি অকাৰ্য্য কৰিলোঁ অধমে ?
কোৱাঁ ৰঘুমণি !
কি ঘটনা ঘটিল তোমাৰ ?

ৰাম— বোপা !
কি শুনিবা বিস্ময় ঘটনা।
সত্য অনুমান কৰিছিলা তুমি
দেখি সেই স্বৰ্ণ হৰিণ।
নহয় প্ৰকৃত মৃগ সিটো ;
বিন্ধিলো যেতিয়া তীক্ষ্ণ শৰে,
ৰাক্ষসৰ মূৰ্ত্তি ধৰি
হ'ল সিটো ভয়ঙ্কৰ কায়,
মোৰ স্বৰে
নিশাচৰে মাতিলে তোমাক।
অন্তিম সময়ে—
কিবা মন্দ ভাব আছিল মনত তাৰ,
বুদ্ধিৰ ছলনা কৰি ছলিলে আমাক
নোৱাৰিলোঁ বুজিব নিশ্চয়।
শুনা ভাই !
অকস্মাতে কেনে দৰে
হোৱাদিছে শিয়ালৰ ডাক;

উৰিছে শগুণ মূৰৰ ওপৰে,
কা কা স্বৰে বতিছে কাউৰী।
তাতে আক
লৰিছে সঘণে—
বাঁওৰ নয়ন মোৰ,
অন্তৰে লাগিছে শূন্য ভাব !
দেখি এই অমঙ্গল
নোৱাৰো কৰিব থিৰ মনত তিলেকো
নেদেখিলে জানকীৰ মুখ।
নিৰাশ্ৰয়: বৈদেহীক শূন্যঘৰে এৰি—
নকৰিলা উপকাৰ মোৰ।
নেজানো কিআছে আজি
আমাৰ কপালে।

লক্ষ্মণ— নাই মোৰ অপৰাধ।
আজ্ঞাধীন সততে লক্ষ্মণ,
জানকীৰ আদেশেৰে
তোমাৰ বিপদ ভাবি,
আহিলো অৰণ্যে দাস
তোমাৰ মঙ্গল বাঞ্ছা কৰি।
নহ'বা অস্থিৰ.

নকৰা সংশয় দাদা।
জানকী কুশলে আছে পৰ্ণ কুটিৰত
কৰা চিন্তা দুৰ সেই হেতু।

ৰাম— নেদেখিলে জানকীক
নহয় শীতল প্ৰাণ—
কু চিন্তা লাগিছে মনে,
জানো নিশাচৰে আহি শূন্যঘৰে পাই—
কৰিছে উৎপাত কিবা প্ৰিয়াৰ ওচৰে।
বলা ভাই।
বিলম্ব নকৰি—
যাওঁ শীঘ্ৰে অশান্তি কুটিৰ।

লক্ষ্মণ— সুবিজ্ঞ পণ্ডিত তুমি,
নোশোভে তোমাক দাদা
লঘু কাৰ্য্যে গুৰু চিন্তা কৰা।
(দুয়োৰো প্ৰস্থান)

**সামৰণি পট ক্ষেপণ ॥**

সম্পূৰ্ণ।